ধ্ৰুপদী সাহিত্য

# শতকত্ৰয়

(ভৰ্তৃহৰিৰ নীতিশতক, শৃঙ্গাৰ শতক আৰু
বৈৰাগ্য শতকৰ পদ্যানুবাদ)

কালীনাথ শৰ্মা




নেশ্যনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া

# সূচীপত্ৰ

# আগকথা

পৰম আৰাধ্য পিতৃদেৱ পণ্ডিত লক্ষীনাথ শৰ্ম্মাই সঙ্কলন কৰা নীতিশ্লোকখনৰ কেবাটাও সংস্কৰণ শেষ হৈ গৈছে। চাণক্য-শ্লোক, বিবিধসংগ্ৰহ আৰু মোহমুদগৰৰ সুৱলা অসমীয়া পদ্যানুবাদৰ সৈতে এই পুথিখনে পাঠকৰ সমাদৰ লাভ কৰিছে। সেইখনৰ পুনৰ্মুদ্ৰণৰ প্ৰয়োজন হোৱাত ইয়াৰ কলেৱৰ অলপ ডাঙৰ কৰাৰ কথাটো চিন্তা কৰিছিলোঁ। সেইবাবে নীতিশ্লোকত সন্নিবিষ্ট কৰা বিষয়বস্তুৰ সমধৰ্ম্মী সংস্কৃত শ্লোকৰ বিচাৰ কৰোঁতে পিতাই মুখে মুখে শিকোৱা কেতবোৰ শ্লোকৰ কথা মনত পৰিল। সেই শ্লোকবোৰ নীতিশ্লোকত নাই। বিচাৰ কৰি সেইবোৰৰ বেছি ভাগেই ভৰ্ত্তৃহৰিৰ ৰচনা বুলি জানিলোঁ। গোপালদাসগুপ্ত সাহিত্য ৰত্নই 'হৰিশতক' নামেৰে ভৰ্ত্তৃহৰিৰ নীতিশতক, শৃঙ্গাৰশতক আৰু বৈৰাগ্যশতক এই তিনিওখনকে ছন্দোবদ্ধ কৰি হিন্দীলৈ অনুবাদ কৰিছে। উদ্বোধন কাৰ্য্যালয়ৰ পৰা স্বামী ধীৰেশানন্দৰ অন্বয়, শব্দাৰ্থ আৰু অনুবাদেৰে সৈতে সঙ্কলন কৰা বৈৰাগ্যশতকখন প্ৰকাশ কৰা হৈছে। এই দুয়োখন কিতাপ মোৰ হাতত পৰিল। ইয়াৰ পাছতে শ্ৰী এ. ভি. গোপালাচাৰিয়াৰে প্ৰকাশ কৰা শ্ৰীৰামচন্দ্ৰ বুধেন্দ্ৰৰ ব্যাখ্যা, ইংৰাজীৰ টোকা আৰু অনুবাদেৰে সৈতে তিনিওখন শতক বিচাৰি পালোঁ। আৰু হয়তো আন আন বহুতো কিতাপ আছে, কিন্তু সেইবোৰ বিচাৰি থকাৰ ধৈৰ্য্য হেৰুৱাই পেলালোঁ। শতকত্ৰয়ৰ শ্লোকবোৰৰ ছন্দৰ মাধুৰ্য্য, ভাবৰ গভীৰতা, আৰু কাব্যিক মূল্যই মোক অভিভূত কৰিলে। ১৯৮৭ চনৰ পৰা ১৯৮৮ৰ ভিতৰত নানা আহুকাল আৰু অসুবিধাৰ মাজেদি এই অনুবাদৰ কাম শেষ কৰিলোঁ। ভৰ্ত্তৃহৰিৰ শতকত্ৰয়ৰ লগতে আন এখন শতকে মোক প্ৰায় দুমাহ কাল ব্যস্ত ৰাখিলে, সেইখন হৈছে শীহ্লন মিশ্ৰৰ শান্তিশতক। সেইখনৰ অনুবাদো শেষ হৈছে, প্ৰথমতে ভাবিছিলোঁ যে ভৰ্ত্তৃহৰিৰ লগতে শীহ্লন মিশ্ৰৰ শান্তিশতকখনো লগলগাই এখন "শতক চতুষ্টয়" প্ৰস্তুত কৰিম। কিন্তু ভৰ্ত্তৃহৰিক অকলে অসমীয়া পাঠকৰ সমুখলৈ আনিবৰ মানসেৰে সেই সংকল্প সদ্যহতে পৰিহাৰ কৰিলোঁ। ভৰ্ত্তৃহৰিৰ শতকত্ৰয় পৃথিবীৰ বহুতো ভাষালৈ অনুবাদ কৰা হৈছে। সংস্কৃত প্ৰেমীসকলৰ বাবে ই স্বৰূপতে অতি উপাদেয়। কিন্তু সংস্কৃত ভাষা নজনা সকলৰ বাবে বহু পণ্ডিতে কেবাটাও ভাৰতীয় ভাষালৈ ইয়াক অনুবাদ কৰিছে। তদুপৰি কেবাজনো য়ুৰোপীয় পণ্ডিতে ভৰ্ত্তৃহৰিৰ শতকত্ৰয় আন আন ভাষালৈ ৰূপান্তৰ কৰি প্ৰকাশ কৰিছে।

১৬৫১ চনতে দাক্ষিণাত্যৰ পদ্মনাভ নামৰ পণ্ডিত এজনৰ সহায়ত এব্ৰাহাম ৰোগাৰ (Abraham Roger) নামৰ এগৰাকী খ্ৰীষ্টিয়ান মিছনেৰীয়ে নীতিশতক আৰু

বৈৰাগ্যশতক ডাচ্ছ্ ভাষালৈ অনুবাদ কৰে। ইয়াৰ পিছত ১৬৭০ চনত ফৰাচী ভাষাত ইয়াৰ আন এটি অনুবাদ প্ৰকাশিত হয়। ভৰ্ত্তৃহৰিৰ ৰচনাই অভাৰতীয় মাধ্যমত বিশ্ব সাহিত্যত ভুমুকি মৰাৰ এয়েই হয়তো প্ৰথম চানেকী। অধ্যাপক উইলিয়াম কেৰী চাহাবে (William Carry) শ্ৰীৰামপুৰত ১৮০৩ চনত শতকত্ৰয়ৰ এটি সুন্দৰ ইংৰাজী অনুবাদ প্ৰকাশ কৰে। অধ্যাপক টনীয়ে (Professor Tawney) ১৮৭৭ চনত নীতি আৰু বৈৰাগ্যশতকৰ ইংৰাজী অনুবাদ,'The Two Centuries of Bhatrihari' নামেৰে প্ৰকাশ কৰে। জে. এম. কেনেডীয়ে ইংৰাজীত অনুবাদ কৰা আন এখন কিতাপৰ নাম দিছিল—'The Wise Sayings of Bhatrihari'। শতক কেইখনৰ আন আন ইংৰাজী অনুবাদ বহুতো আছে। কেবাজন ভাৰতীয় পণ্ডিতে এইবোৰ অনুবাদ কৰিছে। তাৰ ভিতৰত এম. দুৰ্গাপ্ৰসাদৰ নীতি আৰু বৈৰাগ্যশতক (লাহোৰ-১৮৮৯), কে. টি. টেলাঙৰ (বোম্বাই ১৮৯৩), পুৰোহিত গোপীনাথৰ (ইংৰাজী আৰু হিন্দী, বোম্বাই-১৮৯৬), আমেৰিকাৰ হাউটন মিফিন্ কোম্পানীৰ (Houghton Miffin & Co.) 'A Century of Indian Epigram', মায়াৱতী অদ্বৈত আশ্ৰমৰ বৈৰাগ্যশতকৰ ইংৰাজী অনুবাদ আদি কেইখনমানৰ নাম উল্লেখ কৰিব পাৰি।

অন্যান্য য়ুৰোপীয় ভাষাৰ ভিতৰত এম. গেলোনোছে (M. Gelonos) নীতি আৰু বৈৰাগ্যশতকৰ গ্ৰীক ভাষালৈ কৰা এটি অনুবাদ আছে। জাৰ্মান ভাষাত কেবাটাও অনুবাদ পোৱা যায়। ১৮৩৩ চনত ডক্টৰ ভন বোহলেন (Von Bohlen) আৰু ১৮৬৩-৬৫ চনত অধ্যাপক বোহটিঙ্কে (Prof. Bohttingh) কৰা অনুবাদ দুখনৰ কথা উল্লেখযোগ্য। ফৰাচী ভাষালৈ ১৮৫২ চনতে এম্. হিপ্পোলাইট ফাল্ (M. Hippolyte Fanche)আৰু ১৮৭৫ চনত এম্. ৰেগনাওড্ (M. Regnaud) নামৰ দুজন পণ্ডিতে ভৰ্ত্তৃহৰিৰ শতকৰ অনুবাদ কৰে।

১৮৯৮ চনত পল এলমাৰ মোৰ (Paul Elmer More) এ শতকত্ৰয়ৰ পৰা বাছি বাছি এশটা শ্লোকৰ এখন সুৱলা ইংৰাজী সংস্কৰণ প্ৰকাশ কৰিছিল। এই নিৰ্বাচনৰ সূত্ৰ বা ভেটি সম্বন্ধে সকলো বিচাৰ অনুবাদকৰ নিজা কথা।

অসমীয়াত শতক তিনিখনৰ অনুবাদ মই জনাত এতিয়ালৈকে হোৱা নাই; কিন্তু ভৰ্ত্তৃহৰিৰ বুলি কোৱা বহুতো শ্লোক বহু মানুহৰ মুখে মুখে শুনা যায়। এই শ্লোকবোৰৰ সকলোবিলাক শতকত্ৰয়ৰ অন্তৰ্গত হয় নে নহয় কোৱা টান। তাৰ ভিতৰত দুটা নমুনা তলত উল্লেখ কৰা হ'ল।

"মাত্ৰা স্বস্ৰা দুহিত্ৰাপি ন বিবেক্তাসনো ভবেৎ।
বলৱান্ ইন্দ্ৰিয়গ্ৰামো বিদ্বাংসমপি কৰ্ষতি ॥"

আৰু ঃ

"অহৌ বা হাৰে বা বলৱতি ৰিপৌ বা সুহৃদি বা
মনৌ বা লোষ্ট্ৰে বা কুসুমশয়নে বা দৃষদি বা।

তৃণে বা স্ত্রৈণে বা মম সমদৃশো যান্তু দিবসাঃ
ক্বচিৎ পুণ্যাৰণ্যে শিৱ শিৱ শিৱেতি প্ৰলপতঃ ॥”

এই শ্লোক দুটা ৰামচন্দ্ৰ বুধেন্দ্ৰই সংকলন কৰা শতকত্ৰয়ত নাই। এই অনুবাদ গ্ৰন্থতো এই দুটা শ্লোক দিয়া হোৱা নাই। দ্বিতীয় শ্লোকটো হৰিদাস বৈদ্যই প্ৰকাশ কৰা বৈৰাগ্যশতকত আৰু গোপাল দাসগুপ্তৰ হৰিশতকৰ বৈৰাগ্যশতক খণ্ডত সন্নিবিষ্ট কৰা দেখা যায়।

সি যিয়েই নহওক, শ্লোকবিলাকৰ ভাব আৰু কাব্যমাধুৰ্য্য সম্বন্ধে নতুনকৈ আলোচনা কৰিবৰ প্ৰয়োজন নাই। সংস্কৃতত সাধাৰণ জ্ঞান থকা মানুহেও ইয়াক উপলব্ধি কৰিব পাৰে। কিন্তু এই উপলব্ধি প্ৰয়াসসিদ্ধ। মাতৃভাষাৰ মাধ্যমত ই সহজসাধ্য হয় বাবে সংস্কৃত শ্লোকবোৰ নানা পণ্ডিতে নিজ ভাষালৈ অনুবাদ কৰি নিজ নিজ সাহিত্য সমৃদ্ধ কৰাৰ লগতে পঢ়ুৱৈ সমাজৰ অশেষ উপকাৰ সাধন কৰিছে। কেৱল আমাৰ ভাষাত এই কাম যথোপযুক্ত ভাবে কৰা হোৱা নাই। ই আমাৰ সাহিত্যৰ এটা দীনতাৰ কথাকে সোঁৱৰাই দিয়ে। কেৱল ভৰ্ত্তৃহৰিয়ে নহয়, সংস্কৃত সাহিত্যৰ “অনন্তপাৰ শব্দ শাস্ত্ৰ”ৰ বিতোপন উদ্যানখনত ফুলি থকা অলেখ সুগন্ধি ফুলৰ সুঘ্ৰাণ সকলো অসমীয়া সাহিত্য প্ৰেমীয়ে হিয়া জুৰ পৰাকৈ গ্ৰহণ কৰিব পৰা নাই।

সেইবাবে শতকত্ৰয় অনুবাদ কৰিবলৈ মোৰ আকাঙক্ষা যেতিয়া প্ৰবল হৈ উঠিল তেতিয়া প্ৰশ্ন হ'ল, এই অনুবাদ গদ্যত কৰা ভাল হ'ব নে ছন্দত কৰা ভাল হ'ব। পিতৃদেৱে নীতিশ্লোকখনত সুন্দৰ সুন্দৰ শ্লোকবোৰ পদ্যত অনুবাদ কৰিছিল। সেই আদৰ্শতে ময়ো পদ্যতে অনুবাদ কৰাটোকে স্থিৰ কৰিলোঁ। কামটো যে বৰ টান সেই কথা আৰম্ভ কৰিয়েই মই উপলব্ধি কৰিছিলোঁ। সংস্কৃত কবিসকলে কাব্য ৰচনাৰ প্ৰত্যেক স্তৰতে ছন্দ আৰু ব্যাকৰণৰ সীমাৰেখাৰ মাজত থাকি অফুৰন্ত শব্দ ভাণ্ডাৰৰ পৰা বছা বছা শব্দ সংগ্ৰহ কৰি শ্লোক ৰচনা কৰিছিল। তদুপৰি তেওঁলোকে, কালিদাসে কোৱাৰ নিচিনাকৈ, পূৰ্বসুৰী সকলৰ আদৰ্শ অনুসৰণ কৰিছিল। অসমীয়া কবিতা সাহিত্যত ছন্দ আৰু ব্যাকৰণৰ সীমাৰেখা বৰ উজ্জ্বল নহয় আৰু শব্দভাণ্ডাৰৰ ওপৰত চোকা দৃষ্টি দিয়া সমালোচকৰ সংখ্যাও নিচেই তাকৰ নহয়। আনহাতেদি 'পূৰ্বসুৰী' বুলিবলৈ হ'লে এটা কথা স্বীকাৰ কৰিব লাগিব যে সংস্কৃত কাব্যগ্ৰন্থৰ আলম লৈ ঠন ধৰি উঠা একমাত্ৰ অসমীয়া সাহিত্য হৈছে বৈষ্ণৱ যুগৰ সাহিত্য। সেই সাহিত্যই আজিকোপতি অসমীয়া কবিসকলক কম বেছি পৰিমাণে প্ৰভাবান্বিত কৰি আছে। গদ্য সাহিত্যই থলুৱা চিন্তাধাৰাৰ প্ৰভাৱত ৰূপ সলনি কৰি আছে। কিন্তু পদ্য সাহিত্যই সময়ৰ সোঁতত আগবাঢ়ি যাবলৈ সাজু হোৱাৰ সমল পশ্চিমীয়া সাহিত্যতহে বিচাৰি পোৱা যেন লাগে। পদ্য সাহিত্যত ছন্দ আৰু ভাবৰ সমন্বয় সাধন কৰি চলিবলৈ হ'লে এটাই যেন আনটোৰ মুক্ত গতি ব্যাহত কৰে এনে এটা ধাৰণা আধুনিক কবিসকলৰ মনত লাহে লাহে মূৰ দাঙি উঠিছে। এই সন্ধিক্ষণত সংস্কৃত পদ্য সাহিত্যৰ ছন্দোবদ্ধ অনুবাদ যুগোপযোগী হিচাপে কৰিবলৈকে

গভীৰ আত্মপ্ৰত্যয়ৰ প্ৰয়োজন। ছন্দ বাদ দি সংস্কৃত শ্লোকৰ পদ্যানুবাদ কৰাটো পাহি বাদ দি পদুমৰ বৰ্ণনা কৰাৰ চেষ্টাৰ নিচিনা হয়। অৱশ্যে এটা কথা সঁচা যে সংস্কৃত শ্লোকৰ ব্যঞ্জনা, অনুপ্ৰাস ধ্বনি আদি আলঙ্কাৰিক সৌষ্ঠৱ কোনো ভাষাতে নিকপকপীয়াকৈ ৰক্ষা কৰা, গদ্যততো অসম্ভৱেই, পদ্যতো টান। শব্দানুবাদ কৰিবলৈ গ'লে ভাষাৰ পতন হয় আৰু ভাবানুবাদ কৰিবলৈ হলে মূল প্ৰণেতাৰ লগত একাত্ম হ্বৰ চেষ্টা যে সৰ্বতোভাবে সফল হৈছে সেই কথা সৰ্বজনমান্য নহবও পাৰে। এই দুটা বিষয়ৰ ভিতৰত সন্ধি স্থাপন কৰিহে অনুবাদ কৰিবলগীয়া হয়। সকলো অনুবাদৰ ক্ষেত্ৰতে এই সন্ধি প্ৰয়োজন আৰু পূৰ্বসুৰী সকলেও তাকেই কৰিছে। শতকত্ৰয়ৰ অনুবাদখিনি অসমীয়া সাহিত্যৰ গ্ৰহণীয় হওক আৰু লগতে ভাব আৰু কাব্যিক সৌন্দৰ্য্য পঢ়ুৱৈৰ মনত আচহুৱা যেন নালাগক ইয়াকে সাৰোগত কৰি কামখিনি সমাধা কৰিলোঁ।

সুগন্ধি আতৰ ছটিয়াই দিলে ই নিমিষতে বায়ুমণ্ডল সুবাসিত কৰে কিন্তু তাৰ নিজৰ অস্তিত্ব নোহোৱা হৈ যায়। ঘ্ৰাণৰ মাধ্যমতহে আতৰৰ পৰিচয় পোৱা যায়। সেইদৰে আমাৰ ঋষি, মুনি বা আচাৰ্য্যসকল তেওঁলোকৰ জ্ঞান, বিজ্ঞান বা কাব্য সাহিত্য আদিৰ মহিমাৰে এই বিপুল বিশ্বত কালজয়ী স্মৃতিৰ মাজত বৰ্ত্তি আছে। তেওঁলোকৰ ৰচনাৱলীৰ মাজত আত্ম পৰিচয় নাথাকে, কিন্তু সুকৃতিৰ মাহাত্ম্যৰ দ্বাৰা তেওঁলোক চিৰস্মৰণীয়। ব্যাস বাল্মিকীকে আদি কৰি কালিদাস, ভৱভূতি, শ্ৰীহৰ্ষ, ভৰ্ত্তৃহৰি আদি সকলো অমৰ কীৰ্ত্তি পণ্ডিত বা ঋষি মুনিৰ ক্ষেত্ৰত এই কথা খাটে।

বহুতে কব খোজে যে প্ৰাচীন ভাৰতীয়সকল ইতিহাসৰ প্ৰতি শ্ৰদ্ধাশীল নাছিল। ইতিহাসৰ আধুনিক অৰ্থত হয়তো এই কথা সঁচা। কিন্তু প্ৰকৃতাৰ্থত ইতিহাসে মানুহক যি জ্ঞানৰ বতৰা দিব লাগে, আজিৰ দিনত বুৰঞ্জী বা 'হিষ্টৰী'য়ে সেই জ্ঞান প্ৰায়েই নিদিয়ে। ঋষি সকলৰ মতে "ধৰ্মাৰ্থকামমোক্ষণা মুপদেশ সমন্বিতং। পূৰ্ববৃত্তং কথাযুক্তমিতিহাসং প্ৰচক্ষতে ॥" অৰ্থাৎ চতুৰ্বৰ্গৰ উপদেশযুক্ত প্ৰাচীন বিৱৰণকে ইতিহাস বোলে। কহ্লনৰ ৰাজতৰঙ্গিনী এখন ইতিহাস গ্ৰন্থ। ইয়াৰ পৰাই আধুনিক ঐতিহাসিকে প্ৰাচীন ভাৰতৰ বহু কথা সংগ্ৰহ কৰিবৰ প্ৰয়াস কৰে। কিন্তু ই আজিৰ অৰ্থত ইতিহাস গ্ৰন্থ নহয় বুলি কোৱাত আপত্তি কৰিবলগীয়া একো নাই। মহাভাৰত আৰু ৰামায়ণক মহাকাব্য বুলি কোৱা হয়। প্ৰকৃতাৰ্থত এই দুখনো ইতিহাস। যুগ যুগ ধৰি এই দুখনে ভাৰতীয়ক ধৰ্ম, অৰ্থ, কাম, মোক্ষৰ উপদেশ দি আহিছে আৰু লগতে প্ৰাচীন ভাৰতৰ ৰাজধৰ্ম, লোকাচাৰ, ৰণনীতি, সমাজব্যৱস্থা, আনকি ভৌগোলিক পৰিস্থিতিৰ কথাও কাহিনীৰ ছলে বৰ্ণনা কৰিছে। সংস্কৃত সাহিত্যই ইতিহাসৰ যি ব্যাখ্যা দিছে সি যদি গ্ৰহণীয় হয়, তেন্তে আৰ্য্য ঋষি বা কবিসকলক ইতিহাস-বিমুখ বুলি কব নোৱাৰি।

নিজৰ জীৱনী নিজে লিখা কথাটো বৰ প্ৰাচীন ৰীতি নহয়। গুণী মানুহৰ জীৱনী গুণমুগ্ধজনেহে লিখে। আত্মজীৱনী লিখাটো যেন এটা অশোভন প্ৰগল্‌ভতা—এনে এটা ভাবে বিনয়ী পণ্ডিসকলক হয়তো নিজৰ জীৱনচৰিত লিখাৰ পৰা বিৰত ৰাখিছিল।

সভ্যতাৰ এটা স্তৰত জ্ঞান লাভৰ বিষয়টো জন্মগত মৌলিক অধিকাৰ নাছিল। জ্ঞানী গুৰুৱে পৰীক্ষা কৰি ব্যক্তি বিশেষক জ্ঞান দান কৰিছিল। জ্ঞান বিষয়টোও নিজ মহিমাতে এনে ধৰণে সমুজ্জ্বল আছিল যে তাক কোনো বিশেষ প্ৰচেষ্টাৰে প্ৰচাৰ কৰাৰ প্ৰয়োজনৰ কথাও হয়তো কোনেও নাভাবিছিল। আজিৰ দিনত জ্ঞানী গুণীজনৰ জীৱনচৰিত যিদৰে প্ৰচাৰ কৰা হয় তাৰ মূল উদ্দেশ্য হৈছে জনসমাজক জ্ঞান আহৰণৰ বাবে উদগনি দিয়া। সমাজৰ সকলো স্তৰতে এই প্ৰয়োজন নথকা বাবে, আৰু হয়তো জীৱনচৰিত লিখকৰ অভাৱৰ বাবে আমাৰ দেশৰ ঋষি-মুনিসকলৰ কৰ্মস্থান বা জন্মমৃত্যুৰ সময় আৰু আন বহু কথা একেবাৰে অজ্ঞাত হিচাপে ৰৈ গ'ল। এনেকুৱা অৱস্থা ইংৰাজসকলৰ ঋষি চচাৰ বা শ্ৰেষ্ঠ নাট্যকাৰ ছেক্সপীয়েৰৰ ক্ষেত্ৰতো দেখা যায়। মাথো ছয় শতিকাৰ পূৰ্বে জন্মলাভ কৰা চচাৰৰ জন্ম ১৩২৮ চনত হৈছিল নে ১৩৪০ চনত হৈছিল সেই কথা এতিয়াও স্থিৰ হোৱা নাই। ভাৰতবৰ্ষৰ ব্যাস এজন ঋষিৰ নাম নে বহু পণ্ডিতে ব্যাস নাম লৈ নিজৰ নিজৰ ৰচনা জনপ্ৰিয় কৰাৰ চেষ্টা কৰিছিল সেই প্ৰশ্নৰ উত্তৰ এতিয়াও দিব পৰা হোৱা নাই। ভাৰতীয় ঋষিসকলৰ তুলনাত বহু আধুনিক ইংৰাজ কবি ছেক্সপীয়েৰৰ বেলিকাও সেই একে সমস্যা।

কিন্তু মানুহৰ মুখে মুখে মহাপুৰুষসকলৰ সম্বন্ধে বহু কাহিনী বাগৰি ফুৰে। এইবোৰেই কিম্বদন্তীৰূপে এতিয়াও জনসাধাৰণৰ মাজত চলি আছে। কালৰ প্ৰভাৱত একোটা কাহিনীয়ে বহু ৰূপ লোৱা বাবে কিম্বদন্তীবোৰৰ মাজত থকা সঁচা কথাখিনি প্ৰায়েই হেৰাই যোৱা যেন হৈছে। কিন্তু ইয়াৰ মাজৰ পৰাই চালি-জাৰি নুলিয়ালে বহু মূল্যৱান জীৱন কথা নাইকিয়া হৈ যাব। বাল্মিকী, কালিদাস, বৰাহমিহিৰ আদি মহাপুৰুষসকলৰ সম্বন্ধে যিখিনি জনা যায় তাৰ বেছি ভাগেই কিম্বদন্তীৰ পৰা আহৰণ কৰা কথা। ভৰ্তৃহৰি সম্বন্ধেও এনে কিম্বদন্তী আছে।

এনে এটা কিম্বদন্তী মতে ভৰ্তৃহৰি এজন ৰজা আছিল। তেওঁ নিঃসন্তান আছিল। এজন ব্ৰাহ্মণে এদিন এটা সুখাদ্য ফল পাই ৰজাক উপহাৰ দিলে। ৰজাই মৰমতে ফলটো ৰাণীক খাবলৈ দিলে। ৰাণীয়ে তেওঁৰ কোনোবা প্ৰিয়জনক ফলটো দিলে আৰু সেই প্ৰিয়জনে তেওঁৰ অন্য এজনী প্ৰেয়সীক ফলটো খাবলৈ দিলে। ৰজা ভৰ্তৃহৰিয়ে ঘটনাক্ৰমে ৰাণীক দিয়া ফলটো সেইজনী তিৰোতাৰ হাতত দেখিবলৈ পাই মনত বৰ দুখ পালে আৰু সাংসাৰিক সুখ সম্ভোগৰ প্ৰতি বীতশ্ৰদ্ধ হৈ পৰিল। তেওঁ ৰাজ্য আৰু বিষয় বৈভৱ ত্যাগ কৰি বৈৰাগী হৈ প্ৰাসাদৰ পৰা ওলাই গৈ তপস্যাত বহিল। এওঁৰ লেখনীৰ পৰাই ওলোৱা শতকত্ৰয় লোকসমাজত মুকুতাৰ দৰে সমাদৃত হবলৈ ধৰিলে।

আন এটা কিম্বদন্তী মতে উজ্জয়িনীৰ ৰজা গন্ধৰ্বসেনৰ পুত্ৰ ভৰ্তৃহৰিয়ে সিংহাসন লাভ কৰি বৈমাত্ৰেয় ভ্ৰাতৃ আৰু ৰাজ্যৰ প্ৰধান সেনাপতি বিক্ৰমাদিত্যৰ হাতত শাসনৰ সকলো ভাৰ অৰ্পণ কৰি নিজে ভোগবিলাসত মত্ত হ'ল। ৰজাৰ বিলাস ব্যসনৰ মাত্ৰা

চৰম পৰ্য্যায়ত উপনীত হোৱাত ৰাজ্যতো নানা ব্যভিচাৰ হবলৈ ধৰিলে। তাকে দেখি অমাত্যসকলে বৰ অসন্তোষ কৰি তেওঁক ৰাজকাৰ্য্যত মনোযোগ দিবলৈ জোৰ কৰাত তেওঁ ভায়েকৰ হাতত ৰাজ্য অৰ্পণ কৰি কেৱল ভোগবিলাসেই নহয়, ৰাজ্য, ৰাজৈশ্বৰ্য্য আদি সকলোকে ত্যাগ কৰি বৈৰাগ্য ললে আৰু যোগ-সাধনাৰ দ্বাৰা শিৱতত্ব ধ্যানৰ ফলত সিদ্ধি লাভ কৰিলে। উজ্জয়িনীৰ কাষেদি বৈ যোৱা শিপ্ৰা নদীৰ পাৰত এটি গুহা আছে। মানুহে এতিয়াও এই গুহাক "ভতোৰীজীকী গুম্ফা" বুলি কয়। হয়তো ভৰ্ত্তৃহৰিয়ে এই গুহাতে বহি তপস্যা কৰিছিল। আলোৱাৰ প্ৰদেশৰ গভীৰ অৰণ্যভূমিৰ মাজৰ এটুকুৰা ঠাইত এটা অখণ্ড প্ৰদীপ জ্বলি থাকে। এই চাকিগছক 'ভৰ্ত্তৃহৰিৰ জ্যোতি' বুলি কয়। এই ঠাইতে এই মহান সাধকজনাই সমাধি লাভ কৰিছিল বুলি লোকপ্ৰবাদ চলি আছে।

প্ৰসিদ্ধ টীকাকাৰ শ্ৰীধৰ স্বামীৰ সন্তান লাভ আৰু সংসাৰ ত্যাগ সম্বন্ধে থকা কাহিনীৰ লগতো ভৰ্ত্তৃহৰিৰ জন্ম কথা সাঙোৰ খাই আছে। কথিত আছে যে শ্ৰীধৰৰ সন্তানটি ভূমিষ্ঠ হোৱাৰ লগে লগে ভাৰ্য্যাৰ লোকান্তৰ ঘটে। সদ্যোজাত পুত্ৰ সন্তানটিক হাতৰ তলুৱাত লৈ শ্ৰীধৰ কিংকৰ্ত্তব্যবিমূঢ় হৈ পৰিল। ঠিক তেনে সময়তে ঘৰৰ চালৰ পৰা অকণমান কণী এটা সমুখতে মাটিত পৰি ভাঙি গল আৰু তাৰপৰা অকণমান জেঠী পোৱালী এটা ওলাই পৰিল। পোৱালীটো ক্ষন্তেক সময় স্তব্ধ হৈ থাকি লাহে লাহে লৰচৰ কৰিবলৈ ধৰিলে আৰু দুই এখোজ গৈয়েই সমুখতে পৰুৱা এটা পাই গিলি থলে। তাৰ পিছতে সি আঁতৰি গল। শ্ৰীধৰ স্বামীৰ সমুখতে যেন সৃষ্টিৰ সকলো ৰহস্য আৰু পৰমেশ্বৰৰ অসীম কৰুণাৰ কথা উন্মুক্ত হৈ পৰিল। তেওঁ

"যেন শুক্লীকৃতা হংসাঃ শুকাশ্চ হৰিতীকৃতাঃ।
ময়ূৰাশ্চিত্ৰিতা যেন স তে বৃত্তিং বিধাস্যতি ॥"

—বুলি কৈ সন্তান আৰু সংসাৰ উভয়কে ত্যাগ কৰি বাণপ্ৰস্থ গ্ৰহণ কৰিলে। এই সন্তানেই ডাঙৰ হৈ ভৰ্ত্তৃহৰি নামে খ্যাতি লাভ কৰিছিল। ভৰ্ত্তৃহৰিৰ জন্ম সম্বন্ধীয় এই কিম্বদন্তী কিমান বিশ্বাসযোগ্য সেই বিচাৰৰ সম্বল বিচাৰি পোৱা টান।

প্ৰথম দুটা কিম্বদন্তীৰ মতে ভৰ্ত্তৃহৰি ৰজা আছিল, আৰু তৃতীয়টিৰ মতে তেওঁ এজন বিদগ্ধ পণ্ডিতৰ সন্তান। জন্মতে ব্ৰহ্মকৃপা লাভ কৰি শ্ৰীধৰ পুত্ৰ ভৰ্ত্তৃহৰিয়েও বৈৰাগ্য গ্ৰহণ কৰিছিল বুলি জনশ্ৰুতি আছে।

এইবোৰ কিম্বদন্তীৰ কথা। অমৰাৰ্থচন্দ্ৰিকাৰ প্ৰণেতা শ্ৰীগুৰু নাথ বিদ্যানিধিয়ে তেওঁৰ ভূমিকাত লিখিছে যে শবৰ স্বামী নামৰ এজন ব্ৰাহ্মণৰ ছজন পুত্ৰ আছিল। ব্ৰাহ্মণী স্ত্ৰীৰ গৰ্ভজাত পুত্ৰ হৈছে জ্যোতিৰ্বিদ্যাৰ অগ্ৰণী পুৰুষ বৰাহমিহিৰ, ক্ষত্ৰিয়া স্ত্ৰীৰ ৰজা ভৰ্ত্তৃহৰি আৰু বিক্ৰমনৃপতি নামে দুই পুত্ৰ, বৈশ্য স্ত্ৰীৰ সন্তান হৈছে হৰিশ্চন্দ্ৰ আৰু আয়ুৰ্বেদৰ শিৰোমণিস্বৰূপ শঙ্কু, আৰু চতুৰ্থা শূদ্ৰা ভাৰ্য্যাৰ গৰ্ভজাত পুত্ৰ হৈছে অমৰকোষৰ প্ৰণেতা অমৰ সিংহ। শবৰ স্বামীও এজন ডাঙৰ পণ্ডিত আছিল। তেওঁ মীমাংসাৰ

ভাষ্য লিখি চিৰ স্মৰণীয় হৈ আছে। বিদ্যানিধিৰ শ্লোকটোৰ[১] মতেও ভৰ্ত্তৃহৰি ৰজা আছিল আৰু বিক্ৰমাদিত্য তেওঁৰ ভায়েক আছিল।

ইৎছিঙ (I-tsing) নামৰ চীনা পণ্ডিত এজন খ্ৰীষ্টীয় ৭ম শতিকাৰ শেষৰ ফালে ভাৰতবৰ্ষলৈ আহিছিল। তেওঁ ৬৯১/৬৯২ চনত লিখা ভ্ৰমণ বৃত্তান্তত ভৰ্ত্তৃহৰিৰ উল্লেখ আছে। ইৎছিঙৰ ভ্ৰমণৰ দুকুৰি বছৰ আগতে ভৰ্ত্তৃহৰিৰ মৃত্যু হোৱা বুলি এই বৃত্তান্তত পোৱা যায়। শতকত্ৰয়ত কালিদাসৰ প্ৰভাৱ সুস্পষ্ট। কেবাঠাইতো ভৰ্ত্তৃহৰিয়ে কালিদাসৰ ভাব আৰু প্ৰকাশ ভঙ্গিমা অনুসৰণ কৰিছে। বহুতো পণ্ডিতৰ মতে কালিদাস খ্ৰীষ্টীয় ষষ্ঠ শতিকাৰ মানুহ। এইদৰে বিচাৰ কৰিলে ভৰ্ত্তৃহৰিক সপ্তম শতিকাৰ মানুহ বুলি কোৱাত অসুবিধা নাই।

কিন্তু, কালিদাসৰ সম্বন্ধেই নানা মুনিৰ নানা মত। কোনো কোনোৱে কালিদাসক খ্ৰীষ্টীয় প্ৰথম শতিকাৰ মানুহ বুলি কব খোজে। এই মতৰ সপক্ষে প্ৰমাণো নোহোৱা নহয়। কিন্তু ভৰ্ত্তৃহৰিৰ ৰচনাৱলীৰ ওপৰত কালিদাসৰ প্ৰভাৱ ইমান প্ৰবল যে কবি দুজনৰ মাজৰ ব্যৱধানটো ছশ বছৰীয়া যেন নালাগে। আনহাতে কিম্বদন্তী মতে বিক্ৰমাদিত্য ভৰ্ত্তৃহৰিৰ বৈমাত্ৰেয়, আৰু বিদ্যানিধিৰ মতে সহোদৰ ভায়েক। যদি কালিদাস এই বিক্ৰমাদিত্যৰ ৰাজসভাৰ নৱৰত্নৰ এজন আছিল তেন্তে ভৰ্ত্তৃহৰি আৰু কালিদাসক সমসাময়িক পণ্ডিত বুলি কব লাগিব। পাণ্ডিত্য আৰু ৰাজ অনুগ্ৰহৰ দ্বাৰা গৌৰৱান্বিত কালিদাসে অৰণ্যবাসী তপস্বী ভৰ্ত্তৃহৰিক অনুপ্ৰাণিত কৰা একো আচৰিত কথা নহয়।

ভৰ্ত্তৃহৰিৰ বৈৰাগ্যশতকৰ শ্লোকবোৰৰ মাজত বেদান্ত দৰ্শনৰ—'ব্ৰহ্ম সত্য জগৎ মিথ্যা' এই ভাৱধাৰা অতি স্পষ্ট। তেওঁ যেন ইয়াক সৰ্বান্তঃকৰণে গ্ৰহণ কৰিছে আৰু তাকে কৰাৰ আগতে ইয়াৰ ব্যাখ্যা বা প্ৰতিষ্ঠাৰ বাবে কোনো প্ৰয়োজন বোধ কৰা নাই। বেদান্তৰ মায়াবাদৰ ব্যাখ্যা আৰু প্ৰচাৰৰ মূলতে শঙ্কৰাচাৰ্য্য। পণ্ডিতসকলৰ মতে শঙ্কৰাচাৰ্য্যই অষ্টমশতিকাত জন্মলাভ কৰিছিল। জন্ম তাৰিখ বহাগৰ শুক্লা পঞ্চমী ৭৮৮ চন। ভৰ্ত্তৃহৰিক সপ্তম শতিকাৰ বুলি ধৰিলে শঙ্কৰাচাৰ্য্যক তেওঁৰ পূৰ্বসুৰী বুলি কব নোৱাৰি। আচাৰ্য্য শঙ্কৰৰ আগতে যে ভাৰতত অদ্বৈতবাদ একেবাৰে অজ্ঞাত আছিল এনে নহয়; কিন্তু তন্ত্ৰ আৰু কৰ্মকাণ্ডৰ মাজত, আৰু বিশেষকৈ বৌদ্ধ ধৰ্মৰ বাবে ই লুপ্তপ্ৰায় হোৱা যেন হৈছিল আৰু ইয়াৰ পুনৰুদ্ধাৰৰ বাবে শক্তিশালী আন্দোলনৰ প্ৰয়োজন হৈছিল। শঙ্কৰাচাৰ্য্যৰ চমু জীৱনটিয়েই এটি মূৰ্ত্তিমান আন্দোলনৰ দৰে। ভৰ্ত্তৃহৰিৰ ৰচনাৰ মাজত লুপ্তপ্ৰায় মতবাদৰ পুনৰুদ্ধাৰৰ কোনো উদ্যম নাই, কিন্তু এটি সৰ্বজন সমাদৃত মতবাদৰ সশ্ৰদ্ধ স্বীকৃতি আছে। এইদৰে বিচাৰ কৰিলে ভৰ্ত্তৃহৰিক

---

১. ব্ৰাহ্মণ্যামভবদ্ বৰাহমিহিৰো জ্যোতিৰ্বিদ্যামগ্ৰণী
ৰাজ্য ভৰ্ত্তৃহৰিশ্চ বিক্ৰম নৃপঃ ক্ষত্ৰাত্মজায়ামভূৎ।
বৈশ্যায়াং হৰিশ্চন্দ্ৰ বৈদ্যাতিলকো জাতশ্চ শঙ্কঃকৃতী
শূদ্ৰায়াসমৰঃ ষড়েৱ শবৰ স্বামী দ্বিজস্যাত্মজাঃ॥

সপ্তম শতিকাৰ মানুহ বুলি সাব্যস্ত কৰাত অসুবিধা হয়। অৱশ্যে শঙ্কৰাচাৰ্য্যৰ আবিৰ্ভাৱৰ সময় সম্বন্ধে সকলো পণ্ডিত একমত নহয়।

প্ৰাচীন সংস্কৃত সাহিত্যত দুজন ভৰ্ত্তৃহৰি আছে বুলি এটা মত আছে। 'ভট্টিকাব্য' আৰু 'বাক্যপদীয়' নামৰ গ্ৰন্থ দুখনো ভৰ্ত্তৃহৰিৰ বুলি কোৱা হয়। বাক্যপদীয়খন মূলতে মহাভাষ্যৰ টীকা হলেও ইয়াত ব্যাকৰণ শাস্ত্ৰৰ তত্ত্বমূলক দাৰ্শনিক গভীৰ আলোচনাও আছে। ভট্টিকাব্য এখন ২২ অধ্যায়ৰ ৰসাল আৰু বহুমূলীয়া কাব্যগ্ৰন্থ। শ্ৰীৰামচন্দ্ৰৰ কাহিনীয়ে ইয়াৰ বিষয়বস্তু। সংস্কৃত ব্যাকৰণৰ সূত্ৰ, পদ আৰু শব্দ সাধনৰ কঠিন পদ্ধতিবোৰ সহজ কৰি উদাহৰণেৰে বুজাবৰ বাবে বৈয়াকৰণিক কবিয়ে এইখন মহৎ গ্ৰন্থ ৰচনা কৰা যেন লাগে। পণ্ডিত গবেষক সকলে ভট্টিকাব্য আৰু বাক্যপদীয়ৰ প্ৰণেতা জনক বৈয়াকৰণিক ভৰ্ত্তৃহৰি বুলি কব খোজে। তেওঁলোকৰ মতে শতকত্ৰয়ৰ ৰচয়িতা আৰু বৈয়াকৰণিক পণ্ডিত দুয়োজনেই ভৰ্ত্তৃহৰি নামেৰেই জনাজাত। ইৎছিঙে তেওঁৰ বৃত্তান্তত কোনজন ভৰ্ত্তৃহৰিৰ কথা উল্লেখ কৰিছে কোৱা টান। ভৰ্ত্তৃহৰি বৈয়াকৰণিক আৰু শতক প্ৰণেতা ৰূপত দুজন মানুহ নে এজন মানুহ, তেওঁলোকৰ জন্মকাল কি—এই সম্বন্ধে নিশ্চিত সিদ্ধান্তত উপনীত হোৱা হয়তো অসম্ভৱ; কিন্তু গবেষক সকলে ক'ৰবাত কিবা সূত্ৰ পাবৰ চেষ্টা এৰি দিয়া নাই।

শতককেইখনৰ ভিতৰত শৃঙ্গাৰ শতকত প্ৰকৃতি, পূৰ্ণিমাৰ জোন, ফুলৰ সুগন্ধ, মলয়া বতাহ, হেমন্ত, শীত, বৰ্ষা আদি ঋতুৰ সুৱলা বৰ্ণনাৰ শ্লোকবোৰ বৰ মধুৰ। কিন্তু এইবোৰৰ মাজত যৌৱনৰ উন্মাদ আকুতি নাই। কবিয়ে আঁতৰৰ পৰা শৃঙ্গাৰৰ লগত সম্বন্ধযুক্ত সকলো অৱস্থাৰে কেৱল কবিসুলভ বৰ্ণনা কৰিছে। এই বৰ্ণনাৰ মাজত এটি অনাসক্তি আৰু নিস্পৃহতাৰ ভাব সহজে অনুভব কৰিব পাৰি। নীতিশতকৰ বহু শ্লোক প্ৰায় জন-সাহিত্য হৈ পৰিছে। নামত শতক হলেও বেলেগ বেলেগ সংকলনকাৰীয়ে এশটাতকৈ অধিক শ্লোক নীতিশতকৰ অন্তৰ্গত কৰিছে। সংস্কৃত সাহিত্যত মৰ্মস্পৰ্শী নীতিশ্লোকৰ অভাব নাই। কোনো কোনো অনামী কবিয়ে এই শ্লোকবোৰ ৰচনা কৰি থৈছে আৰু সেইবোৰে কোনো গ্ৰন্থত কোনো কোনো খ্যাতনামা কবিৰ নামতে সুধী সমাজত প্ৰচাৰ লাভ কৰিছে। এইদৰে নীতিশতকৰ শ্লোকসংখ্যাও এশৰ পৰা কোনো কোনো সংকলনত ১২৬ টালৈ বৰ্দ্ধিত হৈছে, যেনে—গোপাল দাসগুপ্তৰ হৰিশতক। বৈৰাগ্যশতকতো এশ শ্লোক থকাৰ কথা; কিন্তু তাতো শ্লোকৰ সংখ্যাধিক্য ঘটিছে। পণ্ডিত দাসগুপ্তই তেওঁৰ হৰিশতকৰ বৈৰাগ্যশতক খণ্ডত ১৪১ টা শ্লোক সন্নিবিষ্ট কৰিছে।

ভৰ্ত্তৃহৰিৰ শতকত্ৰয়ৰ শ্লোকসংখ্যাৰ সমস্যাটো কেবাবছৰ পূৰ্বতে অধ্যাপক ডি. ডি. কৌশাম্বীয়ে সমাধান কৰিবৰ চেষ্টা কৰিছিল। শতকত্ৰয়ৰ হাতেলিখা প্ৰতিলিপি ভাৰতবৰ্ষৰ সকলো ঠাইতে, বিশেষকৈ দাক্ষিণাত্যত, সিচৰতি হৈ আছিল। অধ্যাপক কৌশাম্বীয়ে সেইবোৰ সংগ্ৰহ কৰি শ্লোকবোৰৰ এটা স্বাভাৱিক ধাৰাবাহিকতা নিৰ্ণয় কৰিবৰ চেষ্টা

কৰিছিল আৰু শ্ৰেণীবদ্ধ কৰি সেইবোৰৰ এটি বিচাৰসাপেক্ষে ক্ৰম বান্ধিবৰ প্ৰয়াস কৰিছিল। প্ৰায় কুৰি বছৰমান আগতে ন্যায়াধীশ টেলাঙে এই শ্লোকবোৰৰ প্ৰাচীন পাণ্ডুলিপিবোৰৰ এখন তালিকা প্ৰস্তুত কৰিছিল। অধ্যাপক কৌশাম্বী আৰু টেলাঙৰ গৱেষণাই ভৰ্ত্তৃহৰিৰ ৰচনা, শ্লোকসংখ্যা আৰু মৌলিকত্ব সম্বন্ধে বহু তথ্য উদঘাটন কৰিছে যদিও সমস্যা কেতবোৰৰ জটিলতা হ্ৰাস কৰিছে বুলি কোৱা টান।

অন্ধ্ৰপ্ৰদেশৰ পণ্ডিত ৰামচন্দ্ৰ বুধেন্দ্ৰই শতকত্ৰয়ৰ বেলিকা বহুতো তৰ্কজাল ভেদ কৰিছে বুলি কব পাৰি। তেওঁ পাণ্ডুলিপিবোৰৰ পৰা শ্লোকবোৰ নিজা পদ্ধতিত উদ্ধাৰ কৰি সেইবোৰ শ্ৰেণীবদ্ধ কৰিলে। শতক নামৰ পুথিত এশটা শ্লোক থকাই উচিত। শ্ৰেণীবদ্ধ কৰাৰ লগতে তেওঁ এই বিষয়েও মনোযোগ দিলে। শ্ৰেণীবদ্ধ কৰাৰ সময়ত তেওঁ শ্লোকবোৰৰ অন্তৰ্নিহিত ভাবাৰ্থৰ প্ৰতি মনোযোগ দিয়া বাবে ভাগবোৰ স্বাভাবিক হৈ পৰিছে। ৰাম ঋষিয়েও এনে শ্ৰেণীবিভাগ কৰিছিল; কিন্তু বুধেন্দ্ৰৰ শ্ৰেণীবিভাগ ৰাম ঋষিতকৈ অধিক মনোগ্ৰাহী। অধ্যাপক কৌশাম্বীয়েও এই কথা স্বীকাৰ কৰিছে।

ৰামচন্দ্ৰ বুধেন্দ্ৰই শ্লোকৰ শ্ৰেণীবোৰক পদ্ধতি নাম দিছে। নীতিশতকত এনেকুৱা দহোটা পদ্ধতি আছে, যেনে—মূৰ্খপদ্ধতি, বিদ্বৎপদ্ধতি, মানশৌৰ্য্যপদ্ধতি, অৰ্থপদ্ধতি, দুৰ্জনপদ্ধতি, সুজনপদ্ধতি, পৰোপকাৰপদ্ধতি, ধৈৰ্য্যপদ্ধতি, দৈবপদ্ধতি আৰু কৰ্মপদ্ধতি। এই কেইটা পদ্ধতিৰ ভিতৰত এশটা শ্লোক আছে। 'দিক্ কালাদ্য" আদিকথাৰে প্ৰথম শ্লোকটো তিনিওখন শতকৰে মঙ্গলাচৰণৰূপে প্ৰথমতে দিয়া বাবে নীতিশতকত ১০১ টা শ্লোক দেখা যায়। ইয়াৰ উপৰি নীতিশতকৰ অন্তৰ্গত বুলি প্ৰচলিত ১৭ টা শ্লোক আছে। ৰামচন্দ্ৰ বুধেন্দ্ৰই এই কেইটা শ্লোক ওপৰঞ্চি হিচাপে নীতিশতকৰ অন্তত সন্নিবিষ্ট কৰিছে।

সেইদৰে বৈৰাগ্যশতকৰ এশটা শ্লোকো তৃষ্ণাদূষণম্, বিষয়-পৰিত্যাগ-বিড়ম্বনম্, যাঞ্চাদৈন্যদূষণম্, ভোগাস্থৈৰ্য্যবৰ্ণনম্, কালমহিমানুবৰ্ণনম, যতিনৃপতি সংবাদবৰ্ণনম্, মনঃসম্বোধননিয়মনম্, নিত্যানিত্যবস্তুবিচাৰঃ, শিবাৰ্চনম্ আৰু অবধূতচৰ্য্যা নামৰ দহোটা পদ্ধতিত বিভক্ত কৰা হৈছে। এই পদ্ধতিবোৰৰ নাম অতি অৰ্থব্যঞ্জক আৰু এইবোৰে শ্লোকবোৰৰ পৰিচয় স্পষ্টভাবে দিয়ে।

শৃঙ্গাৰশতকৰ শ্লোকসংখ্যাও এশ। কোনো কোনো পুথিত দুই চাৰিটা শ্লোক বেছি আছে। ইয়াৰ ভাগ সাতোটা, যেনে স্ত্ৰীপ্ৰশংসা, সম্ভোগবৰ্ণনম্, পক্ষদ্বয়নিৰূপণম্, কামিনীগৰ্হণম, সুবিৰক্তপদ্ধতি, দুৰ্বিৰক্ত পদ্ধতি আৰু ঋতুবৰ্ণনপদ্ধতি। স্ত্ৰীপ্ৰশংসাত কুৰিটা শ্লোক আছে। বিষয়ৰ চিন্তাত মানুহৰ মনত আসক্তিৰ উদ্ৰেক হয় আৰু আসক্তিৰ পৰাই কামনাৰ জন্ম। গীতাৰ মতে বিষয়, সঙ্গ আৰু কামপ্ৰবৃত্তিয়েই সকলো অনিষ্টৰ মূল। বিষয়ীয়ে যিহৰ প্ৰতি বেছিকৈ আকৃষ্ট হৈ কাম, ক্ৰোধ, সম্মোহ আদি ৰিপুৰ কবলত পৰে, সেই স্ত্ৰীৰ প্ৰশংসা কুৰিটা শ্লোকত কাব্যিক নৈপুণ্যেৰে কৰি উঠি কবিয়ে সম্ভোগ বৰ্ণনা কৰিছে। এই খণ্ডত মাত্ৰ তেৰটা শ্লোক আছে। কবিৰ মন লাহে লাহে

বিষয় বৰ্ণনাৰ পৰা আঁতৰি আহিছে। সম্ভোগ বৰ্ণনা কৰোঁতেই 'আত্ম-মিথুন'ৰ কথা আৰু গীতাৰ 'আত্মাৰাম', "ধৰ্মাবিৰুদ্ধো লোকে হস্মিন্ কামোহস্মি ভৰতৰ্ষভ..." ইত্যাদি বচনবোৰে তেওঁৰ মন আচ্ছন্ন কৰি পেলাইছে। সেয়ে তেওঁ "মিথুনৈ ৰ্মিথোহবধাৰিত..." (শৃঃ ২৬)" সাৰ্থক বিশুদ্ধ প্ৰেম কামনাৰ নিদৰ্শন বুলি কয় নাৰী-পুৰুষৰ"—কথাষাৰ লিখিছে। এইদৰে শৃঙ্গাৰ শতকতো কবিয়ে নাৰী সৌন্দৰ্য্যৰ মাজত থকা অপকৃষ্ট মাদকতাৰ কথা কৈ কৈ বৈৰাগ্যৰ ফালে আগুৱাই গৈছে। কামনা আৰু বিৰাগ এই পক্ষ দুটাৰ আলোচনামূলক পক্ষদ্বয়নিৰূপণ পদ্ধতিৰ শেষ শ্লোকত তেওঁ নিৰ্ঘাত সত্য কথাটিকে কৈ পেলাইছে—

...নিতম্বিনীৰ দৰে মোহনীয়া নাই আৰু
নাই অন্য হেতু দুৰ্ভোগৰ ॥ (শৃঃ ৪০)

কামিনীগৰ্হণত কবিয়ে কামৰূপিনীৰ কামোদ্দীপক সৌন্দৰ্য্যৰ গঞ্জনা কৰি সুবিৰক্ত পদ্ধতিত সফল বৈৰাগ্যত উপস্থিত হোৱা মানুহে কেনেকৈ কামনা জয় কৰে আৰু দুৰ্বিৰক্তপদ্ধতিত বিফল বৈৰাগীৰ ব্যৰ্থ প্ৰয়াস আৰু দুৰ্বলতাৰ গৰাহত নিকাৰ ভুঞ্জে সেই কথা বৰ্ণনা কৰিছে। ঋতুবৰ্ণনত কবিয়ে বাল্মিকী, ব্যাস, কালিদাস আদি প্ৰথিতযশা কবিৰ আৰ্হিৰে বৰ্ষা, শীত, হেমন্ত, বসন্ত আদি ঋতুৰ অতি নিপুণ চিত্ৰ আঁকিছে। প্ৰকৃতিয়ে নিজৰ মাধুৰ্য্যেৰে কামুকৰ মনত কামনা জগাই তোলে। স্বভাৱ কবিৰ মনৰ পৰা সৌন্দৰ্য্যই যেন ক্ষন্তেকৰ বাবে বৈৰাগ্যৰ ভাব আঁতৰাই দিব খোজে! তেওঁ কেৱল ঋতুকুঁৱৰীৰ লীলাখেলা আৰু যুৱক-যুৱতীৰ ওপৰত স্বভাৱসুলভ প্ৰভাৱৰ বৰ্ণনাৰে শৃঙ্গাৰ শতকৰ অন্তিম শ্লোকত কৈছে—

হেমন্তৰ বতাহেও হিমৰ কণিকা সানি
তৰুণীক কৰে আনমনা,
কান্তাক কান্তৰ দৰে সম্ভোগৰ কামনাৰে
প্ৰেমৰস যাচে মৌসনা।

শতক তিনিখনৰ কোনখন কেতিয়া ৰচিত সেইকথা নিৰ্ণয় কৰা টান। কিন্তু ভাব আৰু ৰচনা প্ৰণালীৰ পৰম্পৰাৰে লক্ষ্য কৰিলে নীতিশতকখন তেওঁৰ প্ৰথম আৰু বৈৰাগ্যশতকখন শেষৰ ৰচনা যেন লাগে। নীতিশতকত থকা উপদেশবোৰ সংসাৰীয়ে সাৰ্থক জীৱন যাপন কৰিবৰ বাবে সহায়ক হোৱাকৈ ৰচনা কৰা। বৈৰাগ্যশতকত সংসাৰীয়ে দুদিনীয়া সংসাৰৰ মায়ামোহৰ পৰা মুক্ত হৈ ব্ৰহ্মাত্মবিজ্ঞানত অধিষ্ঠিত হবলৈ চেষ্টা কৰা যে শ্ৰেয় তাৰে কথা কোৱা হৈছে। বৈৰাগ্যৰ পথ অবিহনে ব্ৰহ্মাত্মবিজ্ঞান লাভ হব নোৱাৰে। এই পথত সুখ সম্ভোগৰ কামনা বাসনাবোৰে দুৰ্বাৰ অন্তৰায়ৰ সৃষ্টি কৰে। শৃঙ্গাৰশতকত এই অন্তৰায়ৰ বাস্তৱ ৰূপটো বৰ্ণনা কৰি তাৰ অলীকত্ব সাব্যস্ত কৰাৰ লগতে বিষয়াসক্ত মানুহক স্ত্ৰী-সংসৰ্গৰ পৰা মুক্তি লাভৰ সংকেত দিছে। এনে ধৰণে ভাব পাৰম্পৰ্য্যলৈ লক্ষ্য কৰিলে শৃঙ্গাৰশতকখনে নীতি আৰু বৈৰাগ্যশতকৰ

মাজতে স্থান পোৱা উচিত যেন লাগে। এ. ভি. গোপালাচাৰিয়াৰে সঙ্কলন কৰা শতকত্ৰয়ত এই ক্ৰমকে ৰক্ষা কৰা হৈছে আৰু সেইদৰেই এই পুথিতো শতক তিনিখন সজোৱা হৈছে। শ্লোকবোৰৰ ক্ৰম আৰু শ্লোকসংখ্যাও ৰামচন্দ্ৰ বুধেন্দ্ৰৰ মতে ৰক্ষা কৰা হৈছে। নীতিশতকৰ ১৭ টা শ্লোক ওপৰঞ্চি হিচাবে লিখা হৈছে।

এইখন সংকলন শতকত্ৰয়ৰ ব্যাখ্যা বা সমালোচনা নহয়। সকলোৰে আদৰৰ ভৰ্ত্তৃহৰিৰ শ্লোকবোৰ শতকত্ৰয়ৰ আকাৰত অসমীয়া পাঠকৰ হাতত অৰ্পণ কৰাই লেখকৰ প্ৰধান উদ্দেশ্য। ব্যাখ্যা, অন্বয়, শব্দাৰ্থ আদিৰে সৈতে কৰা অনুবাদ মূলৰ কাষতে থাকিলে কিতাপৰ মৌলিক পৰিচয় অক্ষুণ্ণ থাকে আৰু ইয়াৰ প্ৰয়োজনো আছে। উপনিষদ, গীতা, বা তেনেকুৱা তত্ত্বমূলক গ্ৰন্থবোৰ ভিন ভিন ভাষাত এই পদ্ধতিৰে লিখা হয়। আনহাতে গোবিন্দ মিশ্ৰই পদ্যগীতা লিখাত বা ভট্টদেৱে কথাগীতা ৰচনা কৰাত মূলৰ সকলো কথা নিজ ভাষাত লিখি গৈছে, সংস্কৃত শ্লোকবোৰ তেওঁলোকৰ পুথিত সন্নিবিষ্ট কৰা নাই। মেঘদূত বা কুমাৰসম্ভৱৰ যি দুই এখন অসমীয়া অনুবাদ আছে তাতো মূল শ্লোকবোৰ হয়তো দিয়া নাই অথবা শেষৰ ফালে বেলেগকৈ দিছে। মূল শ্লোকৰ সৌন্দৰ্য্য এটা স্বতন্ত্ৰ বস্তু। অনুবাদত সেই সৌন্দৰ্য্য নিখুঁতকৈ ৰাখিব নোৱাৰি। অনুবাদৰ ৰচনাশৈলীয়ে নিজ নিজ ৰূপত পাঠকৰ মনত ৰেখাপাত কৰে। তুলনামূলক দৃষ্টিভঙ্গীয়ে অনুবাদকৰ ৰূপান্তৰণ পদ্ধতিৰহে বিচাৰ কৰিব পাৰে। এই বিচাৰ মনত সাৰোগত কৰি এই গ্ৰন্থতো অনুবাদখিনি আনুপূৰ্বিক ভাবে পহিলতে দি মূল শ্লোকবোৰ শেষত দিয়া হৈছিল, কিন্তু মূল আৰু অনুবাদ নেশ্যনেল বুক ট্ৰাষ্টে একেলগে প্ৰকাশ নকৰে বাবে ছপাৰ সময়ত মূল শ্লোকখিনি বাদ দিব লগা হ'ল।

অসমীয়া পঢ়ুৱৈ সমাজে শতকত্ৰয়ৰ মূল্যায়ন মাতৃভাষাতে কৰক আৰু জিজ্ঞাসাবাদীয়ে প্ৰয়োজনমতে মূলৰ লগত ৰিজাই চাওক—এয়ে অনুবাদকৰ আশা আৰু অনুৰোধ।

ছাত্ৰ হিচাপে সংস্কৃতৰ লগত মোৰ সম্বন্ধ মাত্ৰ তিনিবছৰীয়া, কিন্তু কৌলিক সম্বন্ধ জন্মান্তৰৰ। কৌলিক প্ৰথা অনুযায়ী পণ্ডিতপ্ৰবৰ স্বনামধন্য পিতৃদেৱে আমাক বিদ্যাৰম্ভৰ লগতে পৃথিবীৰ প্ৰথম পদ্য "মা নিষাদ..."ৰ লগত পৰিচয় কৰাই দিছিল। 'যৎ ক্ৰৌঞ্চ' কথাষাৰ থুনুক-থানাক মাতেৰে যেতিয়া আমি বিকৃত কৰি মাতিছিলোঁ, তেতিয়া পিতৃমাতৃয়ে মৰমতে চুমা খাইছিল। কিন্তু উপনয়নৰ পাছত সন্ধ্যাৰ মন্ত্ৰ বিকৃত কৰিলে পহিলতে বচনৰ আৰু পিছত হাতৰ শাসন লাভ কৰিছিলোঁ। সেয়ে সংস্কৃতৰ প্ৰতি শ্ৰদ্ধামিহলি ভয়ৰ ভাব এটা মনৰ কোণত নিবিড়ভাবে সোমাই পৰিছিল। এতিয়া বিসৰ্গ বাদ দি সংস্কৃত মাতা অথবা বিসৰ্গ আৰু পৰবৰ্ত্তী 'অ'কাৰ মিলি 'ও' হোৱা সন্ধিৰ পিছত এবাৰ 'অ' উচ্চাৰণ কৰা শুনিলে কাণ ফাটি যোৱা যেন লাগে। এনে কেতবোৰ কাৰণৰ বাবে দুকুৰি বছৰ সংস্কৃতৰ লগত সম্বন্ধ নৰখাৰ পিছতো এই ভাষা আৰু সাহিত্যই যেন বৰ্দ্ধিত মহিমাৰে মনটো আচ্ছন্ন কৰি পেলালে। বেদ আৰু উপনিষদৰ সংস্কৃতে মনটোক

হতাশ কৰে; কিন্তু কালিদাস, ভৰ্ত্তৃহৰিয়ে মৰমেৰে কোলাত বহুৱাই লৈ যেন স্নেহৰ পৰশ দিয়ে। এইবোৰ ঘাত-প্ৰতিঘাতৰ মাজতে আৰু দুই এজন বন্ধু-বান্ধৱৰ উছাহ-উদ্গনিত শতকত্ৰয়ত হাত দিছিলোঁ। ই যদি পাঠকক অকণমান আনন্দ দিয়ে তেন্তে পৰিশ্ৰম সাৰ্থক হ'ব। সংস্কৃত জননীয়ে প্ৰান্তীয় সাহিত্যক অপত্য স্নেহেৰে যি স্বাস্থ্য সমৃদ্ধিৰ সৌষ্ঠৱ দান কৰিব পাৰে অন্য সাহিত্যই যিকোনো ৰূপত সিমান নোৱাৰে বুলি মোৰ দৃঢ় বিশ্বাস।

অলমিতি বিস্তাৰেণ

**কালীনাথ শৰ্মা**

# ভূমিকা

সংস্কৃত সাহিত্যত ভৰ্ত্তৃহৰি এক বহুবিশ্ৰুত নাম। ভৰ্ত্তৃহৰি ৰচিত ত্ৰিপদ ভাষ্য আৰু ৱাক্যপদীয় নামৰ দুখন ব্যাকৰণ গ্ৰন্থ, শৃঙ্গাৰ-শতক, বৈৰাগ্য-শতক আৰু নীতিশতক এই তিনিখন শতক পোৱা যায়। ভৰ্ত্তৃহৰিৰ অন্য ৰচনা আৰু কিবা আছিল যদিও সেইবিলাক লুপ্ত হ'ল। বহু-শ্ৰুত হ'লেও ভৰ্ত্তৃহৰি মানুহজনৰ বিষয়ে বিভিন্ন অভিমত পণ্ডিত সমাজত প্ৰচলিত হৈ আহিছে। জনশ্ৰুতি অনুসাৰে ভৰ্ত্তৃহৰি কিংবদন্তি-প্ৰসিদ্ধ বিক্ৰমাদিত্যৰ ককায়েক। বিক্ৰমাদিত্য উপাধিৰে বিভূষিত কেবাজনো ৰজাৰ নাম প্ৰাচীন ভাৰতৰ ইতিহাসত পোৱা যায়। ইয়াৰে প্ৰথমজন বিক্ৰমাদিত্য খ্ৰীঃ পূঃ প্ৰথম শতিকাৰ ৰজাৰূপে প্ৰসিদ্ধ। এইজনা ৰজাৰ প্ৰকৃত নাম কি আছিল জনা নাযায়; বিক্ৰমাদিত্য নামেৰেই তেওঁ পৰিচিত। এই বিক্ৰমাদিত্যৰেই জ্যেষ্ঠভ্ৰাতৃ ভৰ্ত্তৃহৰিয়ে উত্তৰাধিকাৰসূত্ৰে পৈত্ৰিক সিংহাসন লাভ কৰে। সিংহাসনত অভিষিক্ত হোৱাৰ অলপ দিনৰ ভিতৰতে নিজৰ প্ৰেয়সী পত্নীৰ পৰ-পুৰুষাসক্তিৰ প্ৰমাণ পাই ভৰ্ত্তৃহৰি সংসাৰৰ প্ৰতি বীতশ্ৰদ্ধ হৈ পৰে। সাংসাৰিক জীৱন পৰিত্যাগ কৰি ভৰ্ত্তৃহৰিয়ে একান্তমনে পৰম সুখ লাভৰ অৰ্থে মনন নিদিধ্যাসনত মগ্ন হৈ পৰে।

সংক্ষেপতে ভৰ্ত্তৃহৰিৰ বিষয়ে প্ৰচলিত জনশ্ৰুতি এনে ঃ

মালৱৰ ৰজা গন্ধৰ্বসেনৰ দুজন পুত্ৰ, ভৰ্ত্তৃহৰি আৰু বিক্ৰমাদিত্য। ভৰ্ত্তৃহৰি জ্যেষ্ঠ আৰু বিক্ৰমাদিত্য কনিষ্ঠ। গন্ধৰ্বসেনৰ মৃত্যুৰ পিছত ভৰ্ত্তৃহৰি উত্তৰাধিকাৰসূত্ৰে ৰাজপাটত বহে। ৰজা হৈ ভৰ্ত্তৃহৰিয়ে উজ্জয়িনীত ৰাজধানী পাতে আৰু সকলো ৰাজ-কাৰ্য্যলৈ পিঠি দি অহৰ্নিশে ৰমণীৰ সঙ্গ-সুখ উপভোগ কৰিবলৈ ধৰে। ভোগ বিলাসত নিমগ্ন ভৰ্ত্তৃহৰিৰ ৰাজসভালৈ এদিন এজন সন্ন্যাসী আহিল। সন্ন্যাসীয়ে ৰজাক আশীৰ্বাদ-পূৰ্বক এটা অপূৰ্ব ফল উপহাৰ দি ক'লে যে সেই ফলটো খাওঁতাজনে জৰা-ব্যাধিমুক্ত হৈ এশ বছৰ তাৰুণ্যৰ সুখ ভোগ কৰিব। ৰজাই প্ৰণাম জনাই ফল গ্ৰহণ কৰি সন্ন্যাসীক বিদায় দিলে।

সন্ন্যাসী-প্ৰদত্ত ফলটো ৰজাই নিজে নাখাই প্ৰেয়সী পত্নী অনঙ্গসেনাক খাবলৈ দিলে। কিয়নো অনঙ্গসেনাহে নিত্য-যৌৱনা হৈ থাকিব লাগে। অনঙ্গসেনাই আকৌ নিজৰ গুপ্তপ্ৰেমিক সেনাপতি চন্দ্ৰচূড়ক সেই ফলটো দিলে। চন্দ্ৰচূড়ে ভাবিলে যে তেওঁ নিজে সেই ফলটো খোৱাতকৈ নগৰৰ মুখ্য গণিকা ৰূপলেখাই খোৱাহে ভাল। ভবা মতে চন্দ্ৰচূড়ে সেইদিনা ৰাতি ৰূপলেখাৰ নিবাসলৈ যাওঁতে ফলটো ৰূপলেখাক

উপহাৰ দিলে। ৰূপলেখাই পিছত খাম বুলি ফলটো শয্যাৰ কাষতে থৈ দিলে। মনোবাসনা পূৰ্ণ হোৱাত চন্দ্ৰচূড় ৰাতিৰ প্ৰথম ভাগতে নিজৰ ঘৰলৈ উলটি আহিল। ইফালে পূৰ্বসঙ্কেত অনুসৰি নিশীথত ৰজা ভৰ্ত্তৃহৰি ৰূপলেখাৰ শয়ন কক্ষত উপস্থিত হ'ল। ৰূপলেখাৰ আলিঙ্গনাবদ্ধ ভৰ্ত্তৃহৰিৰ চকু এবাৰ হঠাতে সন্ন্যাসী-প্ৰদত্ত ফলটোৰ ওপৰত পৰিল। ফলটো ভৰ্ত্তৃহৰিৰ দৃষ্টিত দংশনোদ্যত কালসাপ যেন হৈ দেখা দিলে। ৰজা বজ্ৰাহতৰ দৰে জঠৰ হৈ পৰিল। ৰূপলেখাই ৰজাৰ ভাৱান্তৰ আৰু ৰতি-নিষ্ক্ৰিয়তা অনুভৱ কৰি বাৰে বাৰে সুধিও একো উত্তৰ নাপালে। ভৰ্ত্তৃহৰিক আনন্দোৎসুক কৰিবলৈ বেশ-ৰমণী-সুলভ সকলো কলা-কৌশল প্ৰয়োগ কৰিও ব্যৰ্থ হৈ ৰূপলেখা বিমোৰত পৰিল। ৰূপলেখাৰ আলিঙ্গনমুক্ত হৈ ৰজাই সেই ফলটো ৰূপলেখাই কেতিয়া কেনেকৈ পালে বুলি সুধিলে। ভীত-ত্ৰস্তা ৰূপলেখাই চন্দ্ৰচূড়ৰপৰা পোৱা বুলি কোৱাত ভৰ্ত্তৃহৰি তাৰ পৰা গুচি গ'ল আৰু অনুসন্ধান কৰি ক্ৰমে ক্ৰমে সকলো কথাৰ সম্ভেদ পালে। ঘটনা-সংঘাতে ভৰ্ত্তৃহৰিক ক্ৰুদ্ধ কৰাৰ সলনি ৰূপ-ৰস-গন্ধ-স্পৰ্শৰ প্ৰতি বীতশ্ৰদ্ধহে কৰিলে। ভৰ্ত্তৃহৰিয়ে কাকো শাস্তি নিদিলে, ভৎৰ্সনা নকৰিলে; নীৰৱে ৰাজসিংহাসন ত্যাগ কৰি কামনা-বাসনা আৰু নাৰীৰ প্ৰতি আসক্তি জলাঞ্জলি দি সন্ন্যাস জীৱন যাপন কৰিবলৈ ওলাল। কোনোৱে কয় ভৰ্ত্তৃহৰি বৌদ্ধ ভিক্ষু হ'ল...

উল্লিখিত ঘটনা-সংঘাতে ভৰ্ত্তৃহৰিক বিকল কৰিলে। ক্ৰৌঞ্চমিথুনৰ মতা চৰাইটোক ব্যাধে মৰাত মাইকী চৰাইজনীৰ বিননিৰ চিঞৰে বাল্মীকিৰ অন্তৰত সৃষ্টি কৰা সূক্ষ্ম সংবেদন বাঙ্ময় ৰূপত মুখেদি শ্লোকছন্দত ওলাই অহাৰ দৰে ভৰ্ত্তৃহৰিৰ অন্তৰত একে সময়তে জুমুৰি দি ধৰা প্ৰণয়াসক্তি, বিশ্বাসঘাতকতা, স্বাৰ্থপৰতা, বৈৰাগ্য আদি ভাৱাবেগৰ পৰিণতিৰূপে তেওঁৰ অন্তৰৰ পুঞ্জীভূত গ্লানিবোৰ প্ৰকাশ হ'ল এফাঁকি শ্লোকত ঃ

যাং চিন্তয়ামি সততং ময়ি সা বিৰক্তা
সাহপ্যন্যমিচ্ছতি জনং স জনোহপ্যন্যসক্তঃ।
অস্মৎকৃতে চ পৰিশুষ্যতি কাচিদন্যা
ধিক্ তাং চ তং চ মদনং চ ইমাং চ মাং চ ॥[১]

(যি প্ৰিয়তমাক মই দিনে ৰাতিয়ে সঙ্গলাভৰ বাবে ধ্যান কৰি থাকোঁ, তেওঁ মোৰ প্ৰতি বিৰক্তা, তেওঁ আকৌ অন্য পুৰুষকহে মনে প্ৰাণে কামনা কৰে। আচৰিত! সেই পুৰুষজনো আকৌ তেওঁৰ প্ৰতি অনুৰক্ত নহয়, অন্য ৰমণীৰ প্ৰতিহে তেওঁৰ আসক্তি। ইফালে মোক নাপাই মোৰ চিন্তাত অন্য এগৰাকী ৰমণী শুকাই-খীণাই গৈছে। ই কামদেৱৰ কেনেকুৱা বিড়ম্বনা! এনে বিসদৃশ আকৰ্ষণৰ বশীভূত হোৱা বাবে সেই গৰাকী ৰমণী, সেইজন পুৰুষ, এই গৰাকী গাভৰু আৰু মই নিজে সকলোৱে সমানে গৰিহণা খাব লাগে ॥)

১. এনে আখ্যান সংস্কৃত আখ্যান সংগ্ৰহত আৰু আছে।

ভৰ্ত্তৃহৰিৰ মনৰ অস্থিৰতা প্ৰকাশক এই কবিতা ফাঁকি ভৰ্ত্তৃহৰিৰ নহ'বও পাৰে। কোনো বুদ্ধিমান্ কবিয়ে পৰিস্থিতিৰ প্ৰকৃতৰূপ চিত্ৰণ হোৱাকৈ পিছত ৰচনা কৰি যোগ দিয়াৰ সম্ভাৱনাই প্ৰবল।

ভৰ্ত্তৃহৰি বিষয়ৰ জনশ্ৰুত ইতিহাসৰ কষটি পাথৰত খাটি বুলি প্ৰমাণিত নহ'লেও যুগ যুগ ধৰি এক শ্ৰেণী ভাৰতীয় পণ্ডিতৰ মনৰ নিভৃত কোণত ই যে গোপনে বাহ পাতি আছিল তাৰ প্ৰমাণ পোৱা যায়—"ভৰ্ত্তৃহৰি-নিৰ্বেদ" নামৰ হৰিহৰ কবি-বিৰচিত সংস্কৃত নাটকত। ভৰ্ত্তৃহৰিৰ মনোবেদনা আৰু সংসাৰ ত্যাগৰ কাৰণ নাট্যকাৰে এই নাটকখনত ফুটাই তুলিছে। (১৯১২ চনত বোম্বেৰ "নিৰ্ণয়সাগৰ" প্ৰেছৰপৰা ভৰ্ত্তৃহৰি-নিৰ্বেদ প্ৰকাশ হৈছে।)

এই নাটকৰ ৰচনাই প্ৰবল জনশ্ৰুতিৰ আভাস দিলেও ভৰ্ত্তৃহৰি আৰু বিক্ৰমাদিত্যৰ সহোদৰত্ব প্ৰমাণ নকৰে। দুয়োৰে মাজত ভাই-ককাই সম্বন্ধ কালৰ ব্যৱধানৰ (খ্ৰীঃ পূঃ ১ম শতিকাৰপৰা খ্ৰীষ্টীয় ৭ম শতিকা) বাবে অসম্ভৱ। মুখ বাগৰি অহা এই জনশ্ৰুতিৰ ঐতিহাসিক মূল্য নাই, কিন্তু আখ্যানৰ অন্তৰ্নিহিত তাৎপৰ্য আছে। সেয়ে হৈছে ৰমণীৰ ৰমণীয় সৌন্দৰ্য্যৰ প্ৰভাৱ, মনোমোহা ৰূপ লাৱণ্য, কটাক্ষ বীক্ষণৰ দুৰ্জয় আকৰ্ষণ, দেহজ কামনাৰ পৰিপূৰ্ণ সুখানুভূতি আদিৰ বৰ্ণনাপূৰ্ণ শৃঙ্গাৰ-শতক ৰচিয়তা কামুক আৰু বিলাসী একেজন লোকেই সাংসাৰিক সকলো সুখ-সম্ভোগ, পাৰ্থিৱ আকৰ্ষণ-প্ৰলোভনৰ প্ৰতি পিঠি দি পৰমব্ৰহ্মস্বৰূপ শিৱত বিলীন হোৱাৰ অনন্ত সুখানুভৱ বৈৰাগ্য-শতকত কেনেকৈ প্ৰকাশ কৰিব পাৰে? কেনেকৈ ৰাজনীতিৰ জটিল বিষয় আৰু ৰাষ্ট্ৰযন্ত্ৰৰ নিয়ম-নীতিৰ বৰ্ণনাৰে "নীতি-শতক" ৰচনা কৰিব পাৰে?

জনতাৰ মনৰ এই প্ৰবল পৰিপৃচ্ছাই ৰাজকুমাৰ আৰু ভোগবিলাসত মত্ত ৰজা ভৰ্ত্তৃহৰিৰ জন্ম দিছে। ৰাজবংশত জন্মি ৰাজ্যশাসন কৰি লাভ কৰা ভৰ্ত্তৃহৰিৰ অভিজ্ঞতা প্ৰকাশ হৈছে—নীতিশতকত; ৰাজকীয় সুখত, ভোগ-বিলাসত আকণ্ঠ নিমজ্জিত ভৰ্ত্তৃহৰিৰ মনোগহনৰ ভাৱানুভূতি—শৃঙ্গাৰশতকত; আৰু প্ৰেয়সীৰ বিশ্বাসহীনতাই আৰু দেহজ সম্ভোগৰ সাৰশূন্যতাই জন্ম দিছে সংসাৰৰ প্ৰতি বীতশ্ৰদ্ধ ভৰ্ত্তৃহৰিৰ। তিনিটা ভাৱমূৰ্ত্তিৰ একে ব্যক্তিত সমাৱেশৰ মানসেৰে কোনোবা যুগত কোনো সামাজিক ব্যক্তিয়ে এনে উদ্ভট আখ্যান সৃষ্টি কৰিছে। এনে সামাজিক মানসিকতাই বাল্মিকীক ৰত্নাকৰৰূপে আৰু কালিদাসক গজমূৰ্খৰূপে চিত্ৰিত কৰিছে। প্ৰকৃতাৰ্থত এনে জনশ্ৰুতি ভৰ্ত্তৃহৰিৰ শৃঙ্গাৰশতক, বৈৰাগ্যশতক আৰু নীতিশতক জনতাৰ সাহিত্য সমালোচনা।

আন এটা প্ৰবাদ অনুসাৰে ভট্টিকাব্য নামে জনাজাত ৰাৱণবধ[1] মহাকাব্যৰ ৰচয়িতা

১. কাশ্মীৰৰ ৰজা প্ৰৱৰসেনে খ্ৰীষ্টীয় পঞ্চম শতকত ৰাৱণবহো (ৰাৱণবধ) বা সেতুবন্ধ নামৰ এখন প্ৰাকৃত মহাকাব্য ৰচনা কৰে। প্ৰাকৃত ভাষাৰ ৰাৱণবহো আৰু সংস্কৃত ৰাৱণবধ মহাকাব্য যে একে নহয়, তাকে সুস্পষ্ট কৰিবলৈকে ভট্টি-ৰচিত ৰাৱণবধ ভট্টিকাব্য নামেৰে অনুগামীসকলে প্ৰচাৰ কৰিলে যেন অনুমান হয়।

কবি ভট্টি আৰু ভৰ্ত্তৃহৰি একেজন ব্যক্তি। কমপক্ষেও এটা শতকৰ ব্যৱধানত বিদ্যমান দুজন কবিক একেজন কৰাৰ মূলতে নামসাম্যই একমাত্ৰ কাৰণ। সংস্কৃত 'ভৰ্ত্ত' নামৰ প্ৰাকৃত ৰূপান্তৰ 'ভট্টি'। ইয়াৰ বাহিৰে এই দুজনা কবিৰ একাত্মতাৰ কোনো সূত্ৰ নাই।

ভট্টিয়ে খ্ৰীষ্টীয় ষষ্ঠ শতকত বলভী (গুজৰাট) নগৰত শ্ৰীধৰসেনৰ ৰাজত্ব কালত সংস্কৃত ব্যাকৰণৰ সূত্ৰ অনুযায়ী নিষ্পন্ন পদসমূহৰ প্ৰয়োগ দেখুৱাবৰ বাবে ৰাৱণবধ নামৰ এই মহাকাব্যখন ৰচনা কৰে। ভট্টিয়ে নিজেই কৈছে যে বিদ্বানৰ প্ৰীতিসাধনৰ উদ্দেশ্যে তেওঁ ৰচনা কৰা এই কাব্যখনে বুদ্ধিহীনক বিপাঙত পেলাব আৰু অন্ধৰ হাতৰ দাপোণৰ দৰেহে হ'ব। আনহাতে ভৰ্ত্তৃহৰিৰ জন্ম, কৰ্ম দাক্ষিণাত্যত, তেওঁৰ স্থিতি আৰু সাহিত্য-কৃতি সপ্তম শতকৰ; গতিকে স্থান-কালৰ ভিন্নতাই দুয়োজন কবি একেজন হোৱাটো অসম্ভৱ কৰিছে। জনশ্ৰুতিৰ ধুৱঁলী-কুঁৱলীৰপৰা ইতিহাসৰ জিলিঙনিত ভৰ্ত্তৃহৰিক বিচাৰি উলিওৱাৰ চেষ্টা বাঞ্ছনীয়।

চৈনিক পৰিব্ৰাজক ঈৎচিঙৰ (Yi-Tsing) বৰ্ণনা অনুসাৰে তেওঁৰ ভাৰত ভ্ৰমণৰ চল্লিশ বছৰ আগতে অৰ্থাৎ ৬৫১ খ্ৰীষ্টাব্দত ভৰ্ত্তৃহৰিৰ মৃত্যু হয়। চৈনিক পৰিব্ৰাজকজনে আৰু কৈছে যে ভৰ্ত্তৃহৰিয়ে সাতবাৰ সংসাৰ পৰিত্যাগ কৰি সন্ন্যাস গ্ৰহণ কৰিছিল আৰু সাতবাৰ সন্ন্যাস পৰিত্যাগ কৰি ঘৰ সংসাৰ কৰিবলৈ ঘূৰি আহিছিল। চীন দেশীয় এই তীৰ্থ পৰ্য্যটকজনৰ বিৱৰণ অতিৰঞ্জিত হ'লেও ভৰ্ত্তৃহৰিয়ে যে সংসাৰী জীৱনৰপৰা সন্ন্যাস গ্ৰহণ কৰি গৃহস্থী হৈ আকৌ সন্ন্যাস বা শ্ৰমণত্ব গ্ৰহণ কৰিছিল তাত সন্দেহ নাই। ভৰ্ত্তৃহৰিয়ে শতকত্ৰয়ৰ উপৰিও ব্যাকৰণৰ মূলতত্ত্বৰ ব্যাখ্যানমূলক বাক্য পদীয়[১] আৰু ত্ৰিপদী (মহাভাষ্য) লিখে। সম্ভৱতঃ ভৰ্ত্তৃহৰিয়ে বৌদ্ধ ধৰ্ম গ্ৰহণ কৰি শ্ৰমণ হৈ থকা কালত এই দুখন গ্ৰন্থ ৰচনা কৰিছিল। সমকালীন আৰু পিছৰ যুগৰ ব্যাকৰণ আৰু অলঙ্কাৰ গ্ৰন্থ ৰচয়িতাসকলৰ এই দুখন গ্ৰন্থৰ প্ৰতি উপেক্ষাৰ মনোভাবে এই অনুমানত সমৰ্থন যোগায়।

**শতক সাহিত্য ঃ শতকৰ বৈশিষ্ট্য**

একো একোটা বিষয়ক অৱলম্বন কৰি সংস্কৃত ভাষাত এশটা, পঞ্চাশটা আৰু কেতিয়াবা

১. বাক্যপদীয় ব্যাকৰণ আৰু ভাষাতত্ত্বৰ গ্ৰন্থ। এই গ্ৰন্থত ভৰ্ত্তৃহৰিয়ে বাক্যকে বাক (শব্দ)ৰ অৰ্থ প্ৰকাশৰ আধাৰ ৰূপে গ্ৰহণ কৰিছে আৰু বাক্যত পদৰ স্বৰূপ নিৰ্ণয়ৰ চেষ্টা কৰিছে। সেই কাৰণে গ্ৰন্থখনৰ নাম দিয়া হৈছে বাক্যপদীয়। ভাষাবিজ্ঞানৰ উচ্চকোটিৰ এই গ্ৰন্থখনে মধ্যযুগত প্ৰাপ্য সমাদৰ লাভ কৰা নাছিল, বৰং উপেক্ষিত হৈহে আহিছিল। আধুনিক যুগতহে বাক্যপদীয়ৰ গুৰুত্ব সকলোৱে উপলব্ধি কৰিছে। এই বিষয়ত দণ্ডীয়ে ভৰ্ত্তৃহৰিক অনুসৰণ কৰিছে ঃ

ইদমন্ধতমঃ কৃৎস্নং জায়েত ভুৱনত্ৰয়ম্,
যদি শব্দাহ্বয়ং জ্যোতিৰাসংসাৰং ন দীপ্যতে ॥

(শব্দ জ্যোতি স্বৰূপ, জ্যোতিৰ্ময় শব্দই যদি সমগ্ৰ সংসাৰ দেদীপ্যমান কৰি নোতোলে, তেনেহ'লে তিনিও ভুৱন ঘোৰ অন্ধকাৰে আবৰি ধৰিব ॥)

আঠৌটা শ্লোকৰ ৰচনাৰ পদ্ধতি প্ৰাচীন কালৰ পৰা চলি আহিছে। এশ শ্লোকৰ সমষ্টিক শতক, পঞ্চাশটা শ্লোকৰ সমষ্টিক পঞ্চাশিকা আৰু আঠৌটা শ্লোকৰ সমষ্টিক অষ্টক বোলা হয়। একোখন শতকৰ সকলোখিনি শ্লোক প্ৰায়ে একেজন কবিৰ; কেতিয়াবা অৱশ্যে অন্য কবিৰ কবিতাও শতকত সন্নিবিষ্ট হোৱা দেখা যায়।

প্ৰাকৃত ভাষাত ৰচিত সাতশ গাথা বা স্তৱকৰ সমষ্টি "গাথা-সপ্তশতী" নামৰ সংগ্ৰহ গ্ৰন্থ সুবিখ্যাত। "গাথা সপ্তশতী"[১] কবিহালৰ নামত প্ৰচলিত। ৰজা আৰু কবিহালে সাত শ প্ৰেম-গাথাৰ সঙ্কলনহে কৰিছিল; তেওঁ ৰচক নহয়। সংস্কৃত শতক সমূহৰ সকলোবোৰ একেজন কবিৰ ৰচিত হয় নে নহয় সন্দেহ আছে যদিও ভৰ্ত্তৃহৰিৰ শতকত্ৰয় স্বৰচিত শ্লোকৰ সংগ্ৰহ।

ভৰ্ত্তৃহৰি শতক সাহিত্যৰ[২] পথিকৃৎ নহয়। তেওঁৰ পূৰ্বেও শতক সাহিত্যৰ নিশ্চয় প্ৰচলন আছিল। অমৰু কবিৰ অমৰুশতকক বহুতে ভৰ্ত্তৃহৰিৰ আগৰ ৰচনা বুলি ক'ব খোজে; দুই এজনে আকৌ ভৰ্ত্তৃহৰিৰ পিছৰ বুলি যুক্তি দৰ্শাইছে।

অমৰু শতক আৰু ভৰ্ত্তৃহৰিৰ শতকৰ বৈশিষ্ট্য একে জাতীয়। সেয়ে হৈছে সংগ্ৰহত থকা প্ৰত্যেক ফাঁকি শ্লোকেই স্বয়ং সম্পূৰ্ণ। প্ৰত্যেক ফাঁকি শ্লোকেই একো একোটা কল্পচিত্ৰ প্ৰকাশ কৰিছে। বিবিধ ৰঙৰ এশ পাহ ফুলৰ যেন এধাৰ মালা। বিষয়বস্তু একেটা যদিও সেই বিষয়ৰ বিবিধ ৰূপ, অৱস্থা আৰু অৱস্থাৰ অনুভূতি পৰস্পৰ নিৰপেক্ষভাৱে কল্পিত আৰু কল্পনাৰ বাঙ্ময় ৰূপত প্ৰকাশিত। সংস্কৃত-ভাষাৰ দীৰ্ঘ ছন্দই এনে কল্পনাৰ ৰূপায়ণত সহায় কৰিছে। এই বৈশিষ্ট্য ময়ূৰৰ সূৰ্য্যশতক নাইবা বিহ্লনৰ (বিল্হনৰ) চৌৰ্য্য পঞ্চাশিকাতো কম বেছি পৰিমাণে দেখা যায়।

### ভৰ্ত্তৃহৰিৰ শতকত্ৰয় আৰু অনুবাদ

ভৰ্ত্তৃহৰিৰ শৃঙ্গাৰ-শতক, বৈৰাগ্য-শতক আৰু নীতি-শতকৰ কথা আগতে উল্লেখ কৰা হৈছে। শৃঙ্গাৰ-শতক ভৰ্ত্তৃহৰিৰ নিজৰ অভিজ্ঞতা-প্ৰসূত ৰচনা বাবে কল্পনা আৰু বাস্তৱৰ সমন্বয়ত অভূতপূৰ্ব প্ৰেম গাথাত পৰিণত হৈছে বুলি বহুতৰে অভিমত। ৰমণীৰ ৰূপ, সম্ভোগ, বিৰহ উৎকণ্ঠাৰ বৰ্ণনাৰে সমৃদ্ধ ভৰ্ত্তৃহৰিৰ শৃঙ্গাৰ শতক সংস্কৃত সাহিত্যৰ প্ৰেমৰ কবিতাসমূহৰ ভিতৰত অতিশয় মনোজ্ঞ। "প্ৰতি অঙ্গ লাগি মোৰ প্ৰতি অঙ্গ কান্দে" জাতীয় বৰ্ণনাৰ লগতে মনৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াও সমানে ঠাই পাইছে।

---

১. হাল সাতবাহন বংশীয় ৰজা। খ্ৰীষ্টীয় দ্বিতীয় শকত হালে ৭০০ প্ৰেমগাথা সংগ্ৰহ কৰি গাথা সপ্তশতী নাম দিয়ে। পিছৰ যুগত ৰচিত প্ৰাকৃত গাথাও ইয়াত আছে বুলি বহুতে কয়।

২ অমৰু কবিয়ে প্ৰেমৰ এশফাঁকি কবিতা খ্ৰীষ্টীয় ৬ষ্ঠ শতিকা মানত সংগ্ৰহ কৰি অমৰু শতক নাম দিয়ে। সকলো স্তৱক অমৰু-ৰচিত।

ভক্তিবিষয়ক আৰু স্তুতিমূলক এনে শতক বহুত আছে। এনে কোনো শতকক কাব্য আখ্যাৰে বিভূষিত কৰি চলোৱাৰ প্ৰচেষ্টা ধৃষ্টতা মাথোন।

বৈৰাগ্য-শতক সুখ-ভোগৰ শীৰ্ষবিন্দুৰ পৰা অৱৰোহণেই নহয়, সকলো সাংসাৰিক আকৰ্ষণ ছিন্ন কৰি ব্ৰহ্মৰূপী শিৱাত্মতা লাভৰ আকৃতি। বৈৰাগ্যতো ৰমণীৰ ৰূপৰ বৰ্ণনা আছে। পিছে ঘৃণাৰে নিন্দনীয় ৰূপতহে প্ৰকাশ হৈছে। বৈৰাগ্যশতকৰ সূক্তিসমূহে পৰস্পৰ বিপৰীতমুখী চিন্তা আৰু অনুভূতিৰ সূক্ষ্ম প্ৰকাশেৰে এফালে সহৃদয় হৃদয়-সংবেদন সাধন কৰিছে আৰু আনফালে অন্তৰ্দৃষ্টিৰে মনন-চিন্তনৰো প্ৰেৰণা যোগাইছে।

নীতি-শতকত শুক্ৰনীতি তথা কৌটিল্যৰ অৰ্থশাস্ত্ৰৰ উপাদান সামান্য আছে যদিও এই শতকৰ সমগ্ৰ ৰচনা ভৰ্ত্তৃহৰিৰ নিজস্ব চিন্তা আৰু ৰাষ্ট্ৰ-যন্ত্ৰবিষয়ক অনুভূতিৰে পৰিপুষ্ট। নীতি শাস্ত্ৰৰ দৰে ইয়াত নিৰ্দিষ্ট বিষয়ৰ একোটা দিশৰ আনুপূৰ্বিক বৰ্ণনা নাই। আছে সেই বিষয়ক চিন্তাৰ স্বয়ংসম্পূৰ্ণ একো একোটা বাঙ্ময় চিত্ৰ। ভৰ্ত্তৃহৰিৰ শতকত্ৰয়ৰ ইংৰাজী, জাৰ্মান, আৰু ফৰাচী অনুবাদ বিংশ শতিকাৰ আগভাগত আৰু তাৰ আগতেও প্ৰকাশ পাইছে। কেইবছৰমান আগতে ৰুচভাষালৈ অনূদিত শতকত্ৰয়ৰ সমীক্ষাত অধুনা বিলুপ্ত চোভিয়েত ৰুচিয়াৰ এজন পণ্ডিতে ভৰ্ত্তৃহৰিৰ তীক্ষ্ণধী মানৱত্ববোধ আৰু প্ৰবল সমাজ সচেতনতাৰ স্বৰূপ প্ৰকাশ কৰিছে। ভাৰতীয় কেবাটাও ভাষালৈ এই শতকত্ৰয়ৰ অনুবাদ হৈছে। অসমীয়া ভাষাত এতিয়াও অপৰিজ্ঞাত ভৰ্ত্তৃহৰিৰ শতকত্ৰয়ৰ পদ্য ভাঙনি কৰি প্ৰাণীবিজ্ঞানৰ গৱেষক ড. কালীনাথ শৰ্মাদেৱে অসমীয়ালৈ পুৰণি সাহিত্যৰ চিৰ নতুন চিন্তাৰ সোঁত বোৱাই সেই অভাৱ দূৰ কৰিলে।

তেৰশ বছৰৰ আগৰ সামাজিক নীতিবোধ, ব্যক্তিগত ৰুচি, উৎকৃষ্টৰূপে গৃহীত সমকালীন ৰমণীৰ সৌন্দৰ্য্য আৰু আকৰ্ষণ তথা বাঞ্ছিত সুখ আৰু আনন্দৰ কল্পিত ৰূপ প্ৰকাশ হ'বৰাকৈ ৰচিত স্বয়ংসম্পূৰ্ণ প্ৰেম গাথাৰ হুবহু ভাঙনিত কোমলতাখিনি মনোগহনত প্ৰৱেশ কৰাকৈ অসমীয়া পদ্যত প্ৰকাশ কৰা কঠিনেই নহয় অত্যন্ত কঠিন। বিশেষকৈ সংস্কৃত ভাষাৰ সুসংহত গাথনি, সংক্ষিপ্ততাৰ মাজেদি উদ্দাম ভাব প্ৰকাশৰ অনন্য সাধাৰণ ক্ষমতাই ভাঙনিৰ কাম দুঃসাধ্য কৰি তোলে। ভাঙনিত ছন্দ আৰু পদলালিত্যৰ পিছ ললে বিষয়বস্তু আঁতৰি যায়, আৰু বস্তুনিষ্ঠ অথবা মূলানুগ হ'বলৈ চেষ্টা কৰিলে অসমীয়া ৰূপ হৈ পৰে—কিম্ভূত কিমাকাৰ। এনে উভয় সঙ্কটৰ মাজত নিশিত ক্ষুৰৰ ওপৰেদি যোৱাৰ দৰে খোজ দি অনুবাদক আগবাঢ়িছে। যেনে—

উদ্বৃত্তঃ স্তনভাৰ এষ তৰলে নেত্ৰে চলে ভ্ৰূলতে
ৰাগাধিষ্ঠিতমোষ্ঠ-পল্লৱমিদং কুৰ্বন্তু নাম ব্যথাম্
সৌভাগ্যাক্ষৰমালিকেৱ লিখিতা পুষ্পায়ুধেন স্বয়ং
মধ্যস্থাপি তাপমধিকং ৰোমাৱলিঃ কেন সা॥ শৃঃ শঃ ১৫

সেই যুগৰ নাৰী সৌন্দৰ্যৰ বৰ্ণনাত সততে থকাৰ দৰে এই কবিতাফাঁকিত ভ্ৰূযুগল, নয়ন, অধৰ, মধ্যস্থান, ৰোমাৱলি আদিৰ বৰ্ণনা কামদেৱৰ কৃতিৰূপে উল্লেখেৰে সমাপ্তি কৰি হৈছে। সংস্কৃত ভাষাৰ হ্ৰস্ব-দীৰ্ঘ স্বৰৰ শ্ৰুতিমধুৰ বৰ্ণনাৰ পিছত এতিয়া ভৰ্ত্তৃহৰিৰ মুখতে (ড. শৰ্মাদেৱে আওৰাই দিয়া) অসমীয়া কবিতাফাঁকি শুনক।

সুগঠিত পয়োধৰ চঞ্চল নয়ন দুটি
চেলাউৰি নাচে বাৰে বাৰে
মদনৰ পীড়নত তেজ ৰঙা ওঁঠ দেখি
বেথাত হৃদয় ভৰি পৰে।
মদনে ফুলৰ ধনু লৈ নিজে লিখি দিছে
শাৰী শাৰী ভাগ্যৰ আখৰ
দেহৰ মাজত তেনে নোমৰ পৰশ লাগি
বাঢ়ে কিয় উত্তাপ দেহৰ?

অনুপ্ৰাসৰ পদলালিত্যপূৰ্ণ অথচ দ্ব্যৰ্থক, সীমিত শব্দৰাজিৰ সংক্ষিপ্ত উক্তিৰে চিন্তাৰ সোঁত বোৱাই দিয়া সংস্কৃত কবিতাফাঁকিৰ লগে লগে অসমীয়া ৰূপান্তৰ পঢ়িলেই অনুবাদৰ স্বৰূপ পাঠকে হৃদয়ঙ্গম কৰিব পাৰিব।

আবাসঃ ক্ৰিয়তাং গঙ্গে পাপহাৰিণি বাৰিণি।
স্তনদ্বয়ে তৰুণ্যা বা মনোহাৰিণি হাৰিণি ॥

কলুষ হাৰিণি গঙ্গাৰ পাৰত
কিম্বা তৰুণীৰ হাৰে
মনোহাৰী কৰা স্তনতেই ঘৰ
সাজিবা ৰংমনেৰে ॥

এই ভাঙনিত মূলৰ হাৰিণি শব্দৰ একেলগে একাধিক অৰ্থৰ (হৰণ কৰা আৰু কণ্ঠহাৰযুক্ত) প্ৰকাশ আৰু অনুপ্ৰাস ভাঙনিত প্ৰায় মূলানুগ হৈছে। ভূমিকা স্ফীত কলেৱৰ হোৱাৰ আশঙ্কাই বৈৰাগ্য আৰু নীতিশতকৰ পৰা উদ্ধৃতি দিয়াত আমাক বাধা দিছে।

ড. শৰ্মাই ভাঙনিৰ লগে লগে দুৰ্বোধ্য অংশ সহজবোধ হোৱাকৈ পাদটীকাত ব্যাখ্যা আৰু সমান্তৰাল উদ্ধৃতিও ঠায়ে ঠায়ে দিছে। ভৰ্ত্তৃহৰিৰ মনোমুকুৰত প্ৰতিবিম্বিত শৃঙ্গাৰ, বৈৰাগ্য আৰু নীতিৰ ৰূপ ভালকৈ দৃষ্টিগোচৰ হোৱাকৈ অনুবাদকে পাদটীকা দি সুচল কৰি দিছে।

অসমীয়া পদ্য ভাঙনিত ছন্দই কোনো ঠাইত উজুতি খাই পৰিব খুজিছে যদিও ৰচনা ভঙ্গীয়ে হাতত ধৰি দাঙি তুলিছে, কোনো ঠাইত পদ্যৰচনা গদ্যময় যেন হৈছে যদিও অৰ্থপ্ৰকাশত অন্তৰায় হোৱা নাই। মূলানুগ ভাঙনি শ্ৰুতিমধুৰ আৰু কবিত্বপূৰ্ণ কৰা অত্যন্ত কঠিন বুলি আমি ওপৰত কৈছোঁ।

ড. কালীনাথ শৰ্মাদেৱে দুয়োকূল ৰক্ষা কৰাৰ চেষ্টা প্ৰত্যেক স্তৱকত পৰিস্ফুট। ভৰ্ত্তৃহৰিক অসমীয়া পাঠকৰ সৈতে পৰিচয় কৰি দিয়াৰ বাবে কৰা ঐকান্তিক প্ৰচেষ্টাত অনুবাদক সফল হৈছে। বৰ্ণনাত তিনিওখন শতকৰ কেন্দ্ৰস্থ প্ৰেৰণাৰে সৈতে পাঠকৰ মনৰ সাহিত্য ঘটিছে বুলি আশা কৰিব পাৰি। বহু প্ৰশংসিত ভৰ্ত্তৃহৰিৰ শতকত্ৰয়ৰ এই

অসমীয়া ৰূপান্তৰ পাঠকসমাজে আগ্ৰহেৰে গ্ৰহণ কৰিলে অনুবাদকৰ এই সাৰস্বত-সাধনা সফল হ'ব।

ভৰ্ত্তৃহৰিৰ শতকত্ৰয়ৰ দৰে অন্যান্য শতকৰ লগতে সংস্কৃত-প্ৰাকৃত সাহিত্যৰ অসমীয়া ভাষান্তৰ-সমাৰোপণ অধিক পৰিমাণে হ'লে বহুত নতুন কথা-বস্তু, অপৰিজ্ঞাত চিন্তন আৰু অপৰিশীলতা প্ৰকাশভঙ্গীয়ে অসমীয়া সাহিত্য আৰু অধিক সমৃদ্ধিশালী হোৱাৰ পথ প্ৰশস্ত কৰিব।

বিশ্বনাৰায়ণ শাস্ত্ৰী

# নীতিশতক

## মঙ্গলাচৰণ

(১)

দিক্ কাল আদিৰ অতীত অনন্ত
তুমি ৰূপ চিন্ময়,
আতমাৰ অনুভৱেৰে গম্য
নমো শান্ত জ্যোতির্ময়।

## মূৰ্খ পদ্ধতি

(২)

বুদ্ধি যাৰ আছে তেওঁ ঈৰ্ষাত কাতৰ,
প্ৰভুত্ব কৰোঁতাজনে কৰে অহঙ্কাৰ,
আনবোৰ নিৰ্বোধ আৰু জ্ঞান বুদ্ধিহীন,
কিয়নো জ্ঞানীৰ জ্ঞান নিজতে বিলীন।

(৩)

অজ্ঞ জনক তুষ্ট কৰাটো সহজ
বিশেষজ্ঞ তুষিবও পাৰি সহজেই।
অলপ জ্ঞানৰ বাবে গৰ্ব কৰোঁতাক
ব্ৰহ্মায়ো নকৰে তুষ্ট এৰি গুচি যায় ॥

(৪)

কৰাল দাঁতৰ মাজে মাজে থকা
ভীষণ কুম্ভীৰৰ
মণিকো পাৰিবা শকতি থাকিলে
কৰিবলৈ উদ্ধাৰ।

পৰ্বত সমান ঢৌ ভাঙি ভাঙি
সাগৰ তৰিব পাৰি
ক্ৰুদ্ধ সাপকো পাৰিবা শিৰত
লব ফুল যেন কৰি।
মূৰ্খ জনৰ জেঙা লগা মন
অতিকৈ ভয়ঙ্কৰ
অসম্ভব তেনে মন জয় কৰা
কৰা তাক পৰিহাৰ।

(৫)

যতনে পিহিলে তেলো পাবা বালুকাত
তৃষ্ণাতুৰে পানী পায় মৃগতৃষ্ণিকাত।
কেতিয়াবা দেখা পাবা ফুৰোঁতে ফুৰোঁতে
শহাৰ মূৰত শিং-চকুৰ আগতে।
জেঙা লগা মন কিন্তু মূৰুখ জনৰ
বুজি পোৱা টান, তাক কৰা পৰিহাৰ।

(৬)

অসতক সাধু কৰিব বিচাৰে যিজনে মিঠাকথাৰে
তেওঁ মৌজোল এটুপিৰে যেন সাগৰ পূৰাব পাৰে।
কোমল মোলাম আঁহেৰে তেওঁ হাতীটো বান্ধিব খোজে
শিৰীষ ফুলৰ পাহিৰে বজ্ৰ মণিকো কাটিব খোজে ॥

(৭)

ইচ্ছামতে মূৰ্খদোষ ঢাকিবৰ কাৰণেই
এটা গুণ সৰজিলে নিজেই বিধাতা,
সেয়ে হ'ল বিদ্বানৰ মাজত বিশেষ ভাবে
মূৰুখৰ বিভূষণ কেৱল মৌনতা।

(৮)

সামান্য জ্ঞানৰ অধিকাৰী হৈ
মদান্ধ হাতীৰ নিচিনা কৈ,
সৰ্বজান বুলি ভাবিলোঁ নিজকে
গৰবতে ফুলি উঠিলোঁ মই।
গিয়ানী জনৰ ওচৰত বহি
যেতিয়া অকণ লভিলোঁ জ্ঞান,
তেতিয়া বুজিলোঁ ময়েই মূৰ্খ
জ্বৰৰ নিচিনা গুচিল মান।

(৯)

পোকে কিলবিল কৰা গেলি পচি জীণ যোৱা
ঘিণ লগা মাংসহীন দুৰ্গন্ধেৰে ভৰা,
বিদ্ৰূপ নীৰস হাড় মৰা মানুহৰ গাৰ
প্ৰীতিৰে কামুৰি খায় কুকুৰে অকৰা;
কাষতে সি দেৱৰাজ ইন্দ্ৰক দেখিও ভয়
নকৰে যিদৰে সেইদৰে জ্ঞানহীন,
নাজানে ইতৰ জীৱে নিজ নীচতাৰ কথা
থাকে মাথোঁ নিজৰেই ভাবত বিলীন।

(১০)

সৰগৰ পৰা পৰে শিৱৰ শিৰত
শিৱৰ মূৰৰ পৰা হিমশিখৰত,
পৰ্বতৰ উচ্চতম শিখৰ বগাই
ধৰাত বাগৰি পৰি শতধাৰা হৈ
গঙ্গা যায় ধীৰে কিম্বা বেগে তললৈ
সাগৰৰ ফালে নিতে নিম্নগতি হৈ।
বিবেকহীনৰো সেইদৰে সৰ্বদায়
শতমুখে পতনৰ ধাৰা বৈ যায়।

(১১)

অগনি বাৰণ কৰিবা পানীৰে, ৰ'দৰ তাপ ছাতিৰে
তীক্ষ্ণ অংকুশেৰে মদমত্ত গজ, গাধ-গৰু এচাৰিৰে।
গৰল মন্ত্ৰ প্ৰয়োগেৰে, ব্যাধি সেৱনেৰে দৰৱৰ
সকলোৰে আছে শাস্ত্ৰীয় দৰব, নাই মাথোঁ মূৰুখৰ।

## বিদ্বৎ পদ্ধতি

(১২)

শাস্ত্ৰসিদ্ধ ভাবে ভাল কথা কব জানে,
তন্ত্ৰ মন্ত্ৰ গাব পাৰে শিষ্যৰ কাৰণে,
তেনে সুধীজনে যদি পৰি অভাৱত
থাকে কোনো ধনী মহাৰজাৰ দেশত,
সেই ৰজাজন মূৰ্খ, কিয়নো বিদ্বান
ধন ৰত্ন নহলেও মহা ধনবান।
মূল্য কমাবৰ বাবে ৰত্নক দূষিলে
জহুৰীকে সকলোৱে জ্ঞানহীন বোলে।

(১৩)

জোৰ কৰি ধন কাঢ়ি নিবলৈ ওচৰ নাচাপে কেৱে,
যি বিধ অমূল্য ধনে সৰ্বদায় সন্তোষ বঢ়াই দিয়ে,
বিদ্যাৰ্থী জনক যিমানে বিলায় সিমানে বৃদ্ধি পায়
বিদ্যা নামৰ অন্তৰৰ ধন যুগান্ততো ক্ষয় নাই।
যাৰ এনে ধন আছে সিজনক, দেখুৱাই মহাৰায়
নকৰিবা তুমি মানৰ গৌৰৱ, জ্ঞানীৰ তুলনা নাই।

(১৪)

পৰমাৰ্থ জ্ঞান লভা পণ্ডিতক নকৰিবা অপমান
তৃণৰ নিচিনা লঘু লখিমীয়ে নাবান্ধে জ্ঞানীৰ মন।
নতুন বলত ৰঙা-ছিঙা পৰি হাতীটো যেতিয়া আহে
বান্ধি ৰাখিব নোৱাৰে কদাপি মৃণালৰ মৃদু আঁহে।

(১৫)

পদুমৰ কাননত ৰংমনে চৰি ফুৰা হাঁহৰ যি আনন্দ বিহাৰ।
নিশ্চয় নাশিব পাৰে থং কৰি বিধাতাই সেয়া মাথো বিলাস হাঁহৰ।
গাখীৰ পানীৰ ভেদ বিচাৰি বেলেগে কৰা হাঁহৰ যি কীৰ্ত্তি আছে বৈ,
সেই কীৰ্ত্তি হৰণত বিধাতাও অপাৰগ স্ৰষ্টা তেওঁ যদিওবা হয়।

(১৬)

কেয়ুৰ বা চন্দ্ৰহাৰ স্নান বা চন্দন কিম্বা
ফুলৰ মালাৰ আভৰণ,
অলঙ্কাৰ সমন্বিতে চুলিও নহয় কোনো
মানুহৰ প্ৰকৃত ভূষণ।
মিঠা মিঠা লগা আৰু সুভাষিত বচনেই
মানুহৰ মহিমা বঢ়ায়,
অন্য অন্য অলঙ্কাৰ ক্ষয়িষ্ণু সকলোবোৰ
বাণীভূষণৰ নাই ক্ষয় ॥

(১৭)

বিদ্যাই উত্তম ৰূপ সঞ্চিত গুপুত ধন
ভোগ আৰু কীৰ্ত্তি সুখকৰ
বিদ্যায়ে গুৰুৰো গুৰু বিদেশত বন্ধুজন
পৰম দেৱতা হৃদয়ৰ;
ৰজা মহাৰজা সৱে বিদ্যাকহে পূজা কৰে
ধন পূজ্য কদাপি নহয়
বিদ্যাহীন মানুহক পশুৰ সমান বুলি
জ্ঞান কৰে সবেও সদায়।

(১৮)

ক্ষমা যদি আছে, তেন্তে কৱচৰ কিনো প্ৰয়োজন
ক্ৰোধ যদি আছে, তেন্তে নালাগে শতৰু অন্যজন।
গিয়াতি যদিহে আছে, অগনিয়ে কি কৰিব পাৰে
সুহৃদ যদিহে আছে, কি কৰিবা দিব্য দৰবেৰে?

দুৰ্জন যদিহে আছে, বিষধৰে কি কৰিব পাৰে
অতুলন বিদ্যা আছে, কি কৰিবা ধনৰ বলেৰে?
লাজ যদি আছে তেন্তে সেয়ে হ'ব শ্ৰেষ্ঠ অলঙ্কাৰ
ৰাজ্যৰ কি প্ৰয়োজন জ্ঞানময় যদিহে অন্তৰ?

(১৯)

স্বজনৰ প্ৰতি দাক্ষিণ্যৰ ভাব, দয়া পৰিজনলৈ,
দুৰ্জ্জনৰ প্ৰতি শঠ আচৰণ, প্ৰীতি ভাব সাধুলৈ,
ৰজাৰ আগত ৰাজনীতি জ্ঞান, সৰলতা বিদ্বানক,
শত্ৰুক শৌৰ্য্য, সহনশীলতা মান্য গুৰুজনক,
নাৰীৰ কাৰণে দৃঢ় আচৰণ, —চলাৰ এয়ে কৌশল
ইয়াত পাৰ্গত পুৰুষকে লৈ তিষ্ঠি আছে ভূমণ্ডল।

(২০)

বুদ্ধিৰ জড়তা কৰে দূৰীভূত সত্য কথা শিকায়
গৌৰৱ সন্মান বৰ্দ্ধিত কৰে, পাপ নাশে সৰ্বদায়;
চিত্তক প্ৰসন্ন কৰে, দশোদিশে কীৰ্ত্তি যশ বিয়পায়
কোৱাচোন বাৰু সাধুৰ সঙ্গই মনুষ্যৰ কি কৰা নাই!

(২১)

কৃতী, জ্ঞানী আৰু ৰসসিদ্ধজন সকলোতে জয়ী হয়
যশস্বী দেহত নাথাকে তেওঁৰ জৰা মৰণৰ ভয়।

## মানশৌৰ্য্য পদ্ধতি

(২২)

ক্ষুধা আৰু বাৰ্দ্ধক্যত শুকাই খীণাই যোৱা
শিথিল দেহৰ পশুৰাজ,
দুৰ্ভাগ্য পীড়িত হৈ তেজ বল হেৰুৱাই
পৰি থাকে অলৰ অচৰ।

মদমত্ত গজেন্দ্ৰৰ মূৰৰ মঙহ খাই
যি সিংহই তৃপ্তি লাভ কৰে
শুকান ঘাঁহৰ পাত সেই মানী কেশৰীয়ে
কেতিয়াবা খাব জানো পাৰে?

(২৩)

নাড়ী মেদ মাংস-হীন শুকান এটুকুৰা হাড়
পালেই কুকুৰ হয় ধন্য,
নুগুচে পেটৰ ভোক নাই দুখ অসন্তোষ,
সিংহৰ স্বভাৱ হলে অন্য।
হাত মেলিলেই পোৱা শিয়ালক এৰি থৈ
হাতীটোহে মাৰে বিক্ৰমেৰে;
দুখত পৰিও সৱে স্বভাৱৰ অনুৰূপ
ফল বাঞ্ছা মনে মনে কৰে।

(২৪)

জোকাৰি জোকাৰি নেজডাল তাৰ
মাটিত বাগৰি যায়,
ভৰিত সাৱটি ভাত দিওঁতাক
মুখ পেট দেখুৱায়।
কুকুৰ এনুৱা গজৰাজে হলে
ধীৰে চকু মেলি চাই,
ভোজনত মন দিয়ে, বহুবাৰ
কৰিলেহে অনুনয়।

(২৫)

পৰিবৰ্ত্তনশীল এইখন জগতত
উপজিছে মৰিছে কিমান!
সাৰ্থক জনম সেয়া যাৰ জনমত হয়
কুলৰ উন্নতি, বাঢ়ে মান।

(২৬)

ফুলৰ থোপাৰ দৰে গুণৱান মনস্বীৰ
দুটা বৃত্তি ৰাখিবা মনত,
হয়তোবা সকলোৰে শিৰ শোভা কৰি থাকে
নহলে শুকায় অৰণ্যত।

(২৭)

বৃহস্পতি আদি আছে পাঁচজনা
সকলোটি মহাবাহু
সেইসকলৰ শতৰু নহয়
পৰম প্ৰতাপী ৰাহু।
চন্দ্ৰ সূৰ্য্য দুই জ্যোতিষ্কক হলে,—
পৰ্ব যেতিয়া মিলে
চোৰাচোন ভাই শীৰ্ষাৱশেষ
দানৱ-পতিয়ে গিলে।

(২৮)

সমস্ত ভুৱন ফণাৰে ধাৰণ কৰে অনন্তনাগে,
সেই অনন্তকো নিজৰ পিঠিত কুৰ্মৰাজে লৈ থাকে।
কমঠপতিকো[1] হেলাৰঙে দিছে সাগৰে কোলাত ঠাই
মহতৰ চোৱা চৰিত্ৰৰ বল বিভূতিৰ সীমা নাই।

(২৯)

খঙত অধীৰ হৈ ইন্দ্ৰই প্ৰহাৰ কৰা
জুই যেন বজ্ৰৰ আঘাত,
লাগি হিমাদ্ৰিৰ পুত্ৰ মৈনাক গিৰিৰ যদি
কেতিয়াবা হয় প্ৰাণপাত।
সিও ভাল, কিন্তু হায় শোকত কাতৰ হোৱা
দেখি পিতৃ হিম পৰ্বতক,

১. কমঠ : কাছ, কুৰ্ম।

ভাল জানো মৈনাকৰ সাগৰত বুৰ মাৰি
ৰক্ষা কৰা নিজৰ দেহক ?[১]

(৩০)

অচেতন সূৰ্যকান্ত মণিটোও জ্বলি উঠে
সূৰুযৰ পদ পৰশত;
তেজস্বী পুৰুষে তেন্তে আনে কৰা অপকাৰ
সহে বাৰু কোন কাৰণত ?

(৩১)

সিংহ শিশুৱে মাতাল হাতীকো
মাৰিবলৈকে গুজৰি যায়।
বীৰ্য্যৱানৰ এয়েই স্বভাৱ
বল বয়সৰ বিচাৰ নাই।

## অৰ্থ পদ্ধতি

(৩২)

জাতিকুল যায় যদি য'ক ৰসাতলে,
গুণবোৰো অধোগামী হওক সমূলে;
পাহাৰ বাগৰি শিল পৰে যেনেকৈ,
চৰিত্ৰ স্খলিত হৈ য'ক তললৈ;
বংশৰ গৌৰৱ পুৰি হ'ক ভস্মীভূত
শৌৰ্য্য শত্ৰু হৈ শীঘ্ৰে হ'ক বজ্ৰাহত;
মোক মাথো লাগে ধন, ধনবিত বিনা,
অসাৰ সকলো গুণ তৃণৰ নিচিনা।

---

১. পুৰাণৰ কাহিনী মতে পৰ্বতবোৰ হিমালয়ৰ সন্তান। সকলো পৰ্বতৰে পাখি আছিল আৰু সিহঁতে উৰি গৈ য'তে ত'তে পৰিব পাৰিছিল। এই শক্তিৰ অপব্যৱহাৰ কৰি চহৰ আৰু জনপদ বিলাকত বৰ অত্যাচাৰ কৰা বাবে ইন্দ্ৰ ৰুষ্ট হৈ বজ্ৰৰ দ্বাৰা পৰ্বতৰ পাখিবোৰ কাটি পেলাইছিল। কিন্তু মৈনাক পৰ্বত পলাই গৈ সাগৰত লুকাল আৰু সেইবাবে অক্ষত হৈ ৰ'ল। মৈনাকৰ লগত সাগৰৰ বন্ধুত্ব আছিল।

(৩৩)

বিত্তশালী মানুহৰ আছে কুলমান
পাণ্ডিত্যও আছে আৰু আছে শাস্ত্ৰজ্ঞান।
গুণজ সুবক্তা তেওঁ দেখাতো সুন্দৰ
কাঞ্চনে আশ্ৰয় কিন্তু সকলো গুণৰ।

(৩৪)

কুমন্ত্ৰণাত নৃপতিৰ নাশ মায়াই সন্ন্যাসী মাৰে,
বিপ্ৰ নষ্ট হয় পঢ়াশুনা এৰি পুত্ৰক মাৰে আদৰে।
দুষ্টৰ সেৱাত চৰিত্ৰ আৰু কুপুত্ৰত কুল নষ্ট,
মদৰ জ্বালাত যায় লাজ মান নুবুজে মনৰ কষ্ট।
তদাৰক বিনে খেতিৰ কামত সুফলৰ নাই আশ,
মৰম চেনেহে এৰে মানুহক প্ৰবাসত যাৰ বাস।
মিত্ৰতা যায় প্ৰেম নাথাকিলে দুৰ্নীতিত সম্পদ
ধন হয় ক্ষয় প্ৰমাদৰ আৰু ত্যাগৰ তাড়নাত।

(৩৫)

দান, ভোগ, নাশ—ধনৰ কাৰণে গতিপথ তিনিটাই,
দান বা ভোগত নালাগিলে ধন নাশৰ পথেদি যায়।

(৩৬)

পাথৰত ঘঁহা মণি, অস্ত্ৰৰ আঘাত পোৱা
সমৰ বিজয়ী সেনাপতি,
মদৰস বৈ বৈ ক্ষীণ হোৱা গজৰাজ,
শেষৰ কলাৰ নিশাপতি।
পাৰ দুটিয়েই সাৰ শৰতৰ ক্ষীণ নৈ,
বাৰাঙ্গনা সুৰতি পীড়িত,
দান কৰি সৰ্বস্বান্ত হোৱা ধনী,—এই সৱ
কৃশতাৰে হয় বিভূষিত।

(৩৭)

আঁজলি ভৰাই ধান লব খোজে দীন জনে
আঁজলি যেতিয়া ভৰি যায়,
ধনী হৈ ধৰণীক তৃণ যেন গণ্য কৰে,
তাকে দেখি জানিবা সদায়।
সম্পদৰ বিষয়ত কম বেছি হয় যদি
ধনীৰ ধনৰ সমাগম,
ধনীয়ে মনত ভাবে বেছি হ'লে বৰ বেছি
কম হ'লে অতিকৈ কম!

(৩৮)

খীৰতী গাইৰ দৰে ধৰণীমণ্ডল
দোহন কৰিব খোজা যদিহে ৰাজন,
আজিয়ে বৎসৰ দৰে ৰাজ্যৰ প্ৰজাক
তুষ্ট কৰি সকলোকে কৰিবা পালন।
লোকে পৰিপুষ্টি লাভ কৰিলে ধৰাই
নানা ফল দিব কল্পলতা যেন হৈ।

(৩৯)

বাৰাঙ্গনাই কৰে সত্য আৰু অসত্যভাষণ,
দয়ালুও তাই কিন্তু সততেই হিংসাপৰায়ণ।
কঠোৰ স্বভাৱ কিন্তু বচনত অমৃত নিজৰে,
স্বাৰ্থপৰ কটকিনা দান হলে দুয়ো হাতে কৰে।
সদায় খৰচ কৰে অবিৰাম হয় ধনাগম,
ৰজাৰ নীতিও তেনে বহু ৰূপ বিচিত্ৰ পৰম।

(৪০)

শাসন যশস্যা আৰু ব্ৰাহ্মণপালন
দান ভোগ আৰু মিত্ৰজনৰ ৰক্ষণ;
যিজন ৰজাৰ এই ছয় গুণ নাই,
তেওঁক আশ্ৰয় কৰা উচিত নহয়।

(৪১)

বিধাতাই কপালত অলপ বা বেছি ধন
যি লিখিছে তাকেইহে পাবা,
শুকান মৰুত কিম্বা উচ্চ মেৰু শিখৰত[১]
ততোধিক আশা নকৰিবা।
ধনীৰ আগত সেয়ে সাহসেৰে থিয় হবা
দীনতাৰ প্ৰয়োজন নাই
কুঁৱা কিম্বা সাগৰত বুৰালে সমান পানী
কলসীয়ে আনিব ভৰাই।

## দুৰ্জন পদ্ধতি

(৪২)

অকৰুণ হিয়া আৰু অকাৰণ ৰণ
লোভ কৰা পৰ নাৰী আৰু পৰ ধন;
সজ্জন বন্ধুৰ প্ৰতি অসহন ভাব
দুৰ্জন লোকৰ মাথো এনুৱা স্বভাৱ।

(৪৩)

বিদ্বান হলেও দুৰ্জন মানুহ
এৰি চলা সমুচিত;
নহয় ভুজঙ্গ জানো ভয়ঙ্কৰ
হলেও মণি-ভূষিত?

(৪৪)

লাজুকক মূৰ্খ, ব্ৰতীক গৰ্ৱী, কপট নিৰ্দোষীক
বীৰক নিষ্ঠুৰ, মুনিক বিমনা, দীন প্ৰিয়বাদীক।

---

১. মেৰু পৰ্বতক হীৰা মাণিক আদি ৰত্নৰ ভাণ্ডাৰ বুলি কোৱা হয়।

অভিমানী বোলে তেজস্বীজনক, বক্তাক মুখৰ বোলে
স্থিৰ মানুহক শক্তিহীন বুলি কয় দুৰ্জনৰ দলে।
এইদৰে এনে কোনো গুণ নাই গুণী মানুহৰ গাত
দুষ্ট মানুহে নকৰে যিহত কলঙ্কৰ ৰেখাপাত।

(৪৫)

যদি লোভ আছে দোষ নো কেলেই, ক্রূড়তা থাকিলে পাপনো কিয়?
যদি সত্য আছে তপসা কেলেই, শুচিমন আছে তীৰ্থ কিয়?
যদি মান আছে ভূষণ কেলেই, সৌজন্য থাকিলে নালাগে জন
যদি জ্ঞান আছে ধননো কেলেই, অপযশ আছে কিয় মৰণ?

(৪৬)

দিনৰ মলিন জোন কামিনী যৌৱনহীনা
পদুম নথকা সৰোবৰ,
নিৰক্ষৰ মানুহৰ ধুনীয়া মুখৰ ঠগ
স্বামী ধন-চিন্তাত কাতৰ।
সদায় দুখত পৰি কষ্ট পোৱা সাধুজন
আৰু ৰজাঘৰৰ আশ্রিত,
খল স্বভাৱৰ লোক এই সাত পাত শালে
বিন্ধে মোক মনৰ তলিত।

(৪৭)

আত্মীয় নাপায় ক্ৰোধী নৃপতিয়ে কাকো,
ছুলেই হোমৰ জুয়ে পোৰে যাজ্ঞিককো।

(৪৮)

কম কথা কোৱাজনে বোবা নাম পায়
কথাৰ চহকী হয় চেলেপু বাচাল,
বেচি কাষ চাপি যদি বহে কোনোজন
তাক বোলে ধূৰ্ত্ত কিম্বা উদ্ধত মাতাল।

মাতিলে নাচাপে কাষ থাকে দূৰতেই
সমাজত কাপুৰুষ নাম হয় তাৰ,
সহি থকা জনে পায় ভয়াতুৰ নাম
সহিব নোৱাৰা জন অধম পামৰ।
সেৱাৰ ধৰম হয় অতি সুকঠিন
কষ্টকৰ সকলোৱে পালিব নোৱাৰে,
পৰম যোগীৰো সেৱাধৰমৰ পথ
নানা বাধা বিঘিনিয়ে আগভেটি ধৰে।

(৪৯)

দুষ্টক প্ৰশ্ৰয় দিয়ে অনুগ্ৰহ কৰি,
বিশৃংখল ৰূপে চলে নিয়ম পাহৰি।
নিজৰ অধম বৃত্তি পাহৰে যিজনে
গুণী মানুহক হিংসা কৰে অকাৰণে,
ভাগ্যৰ বলত পায় ঐশ্বৰ্য্য মহান্
তথাপিতো নীচ তেওঁ নহয় সজ্জন।
তেওঁৰ আশ্ৰয় লাভ কৰি কোনোবাই,
অভিলাষ কৰে জানো সুখ পাবলই?

(৫০)

দিনৰ পূৰ্বাৰ্ধ আৰু পৰাৰ্ধৰ ছায়া যেন
খল আৰু সজ্জনৰ মৈত্ৰী ভিন্ন হয়,
এবিধ গুৰিতে গুৰু লাহে লাহে লয় পায়
আনবিধ আগে সৰু বাঢ়ে পিছলৈ।

(৫১)

পহু মাছ আৰু সন্ত সকলে জীয়াই থাকে
ঘাঁহ পানী আৰু সন্তোষত,
চিকাৰী ধীবৰ আৰু হিংসুক সকল হয়
অকাৰণে শত্ৰু জগতত।

## সুজন পদ্ধতি

(৫২)

আদৰে আনৰ গুণ, কামনা সাধুৰ সঙ্গ, গুৰুক বিনয় ব্যৱহাৰ,
বিদ্যাত আসক্তি, আৰু আপোন ভাৰ্য্যাত ৰতি, ভয় মাথো লোকাপবাদৰ,
শিৱত ভকতি, মুক্তি অসতৰ পৰা, আত্মদমনত শক্তিমান।
ইবোৰ নিৰ্মল গুণ, আছে যাৰ চৰিত্ৰত, সেই সাধুজনক প্ৰণাম।

(৫৩)

আপদ কালত ধৈৰ্য্য যিজনে ধাৰণ কৰে,
উন্নতিত থাকে সমাহিত,
সভাত মধুৰ কথা কোৱাত পাৰ্গত হয়,
পৰাক্ৰমী ৰণৰ থলীত,
যশস্যাৰ কাম কৰি ভাল পায় জীৱনত,
শাস্ত্ৰ পাঠ কৰাত মগন,
স্বভাৱতে এইবোৰ সদ্‌গুণ থাকে যাৰ
তেৱেঁ সাধু পুৰুষ মহান।

(৫৪)

ত্যাগেই হাতৰ শোভনীয় কাম
মুখৰ সত্য কথা,
শিৰৰ যোগ্য গুৰুপদ সেৱা
হিয়াৰ নিৰ্মলতা।
বিজয়ী বাহুৰ অতুল বীৰ্য্য
কাণৰ শাস্ত্ৰজ্ঞান,
দুখীয়া হলেও মহৎ লোকৰ
এইবোৰে বিভূষণ।

(৫৫)

প্ৰাণীক নিদিয়ে দুখ লোভ নাই আনৰ ধনত
সঁচা কথা কয়, কৰে যথাশক্তি দান সময়ত।

পৰস্ত্ৰীৰ চৰ্চা য'ত মৌন হৈ থাকে তেওঁ ত'ত
সৰ্বদায় কৰে ৰোধ বিষয়ৰ বাসনাৰ সোঁত।
সকলো জীৱৰ প্ৰতি দয়া আৰু গুৰুক বিনয়
এয়েই শাস্ত্ৰৰ বিধি শ্ৰেষ্ঠজনে মানে সৰ্বদায়।

(৫৬)

সম্পদত মহতৰ চিত্ত হয় সুকোমল সুন্দৰ পদুম ফুল যেন,
আপদৰ সময়ত সেই চিত্ত হৈ পৰে পাহাৰী শিলৰ দৰে টান।

(৫৭)

ন্যায়ৰ পথেই প্ৰিয় জীৱন গ'লেও য'ক
কুকাম তথাপি নকৰিবা,
নিৰ্ধন বন্ধুক ধন নুখুজিবা কেতিয়াও
দুষ্টৰ পাৱত নপৰিৱা।
মহৎ জনৰ খোজ চাই চাই খোজ দিবা
বিপদত হবা দৃঢ়মনা,
ক্ষুৰৰ ধাৰৰ দৰে কঠিন নিয়মবোৰ
কোনে বাৰু কৰিলে ৰচনা?

(৫৮)

কোনেও নাজানে কৰিলে দান
আলহীক কৰে মান-সন্মান,
ভাল কাম কৰি থাকে নিমাত
শলাগে সুকৰ্ম জনসভাত,
সম্পদত নাই গৰ্ব্বৰ লেশ
আনৰ নকৰে দোষ-উল্লেখ,
ৰচনা কৰিলে কোন মহৎ
ক্ষুৰধাৰ যেন সন্তৰ ব্ৰত!

(৫৯)

তপত লোহাত পৰিলে পানীৰ
চিনাকি নোহোৱা হয়,
পদুম পাতত পৰিলে ইয়েই
মুকুতাৰ ৰূপ লয়।
স্বাতী নক্ষত্ৰত শংখৰ পেটত
পানীয়ে মুকুতা হয়,
অধম মধ্যম উত্তম সঙ্গৰো
ফল এনেকুৱা হয়।

(৬০)

যি জনে পিতৃৰ প্ৰীতি সাধে সাধুচৰিতেৰে
সিজনকে পুত্ৰ বুলি কয়,
কেৱল স্বামীৰ হিত বাঞ্ছা কৰে যি নাৰীয়ে
যথাৰ্থ কলত্ৰ তেৱেঁ হয়।
সুখতে বা দুখতেই একে কাম একে ভাব
থাকে যাৰ তেৱেঁই বান্ধৱ,
পূণ্যৱান লোকে মাথোঁ ই তিনি আপোনজন
এই জগতত কৰে লাভ।

(৬১)

নত হৈ থকা জন বিনয়ৰ কাৰণেই
সমাজত সদায় উন্নত,
শলাগে পৰৰ গুণ সেয়েহে নিজৰ গুণ
সকলোতে হয় জনাজাত।
সদায় পৰৰ হিত যতনে সাধন কৰি
সম্পাদন কৰে নিজ হিত,
কঠোৰ মাতেৰে কথা কোৱা দুষ্ট মানুহক
সহ্য কৰি কৰে সন্তাপিত।
আচৰিত আচৰণ কৰোঁতা মহান্ লোক
জগতত সকলোৰে মান্য,
সকলোৰে পূজনীয় পুৰুষক পূজা কৰি
কোন বাৰু হোৱা নাই ধন্য!

## পৰোপকাৰ পদ্ধতি

(৬২)

ফল ধৰিলেই গছবোৰ নিজে
নত হৈ হালি পৰে,
মাটিলৈ নামে যেতিয়াই মেঘ
নতুন পানীৰে ভৰে।
সমৃদ্ধি লাভ হলেও সাধুৰ
নাই গৰ্ব অহঙ্কাৰ
এয়েই স্বভাৱ সেই সকলৰো
যি কৰে পৰোপকাৰ।

(৬৩)

কাণৰ শোভন শাস্ত্ৰ শুনাহে
নহয় সোণৰ কেৰু,
হাতৰ শোভন দানহে কেৱল
নহয় বলয় খাৰু।
দয়ালু জনৰ শৰীৰৰ শোভা
বঢ়ায় পৰোপকাৰে,
দেহৰ জেউতি বঢ়াব নোৱাৰি
চন্দনৰ প্ৰলেপেৰে।

(৬৪)

দিনৰ সূৰুযে বিকশিত কৰে পদুমৰ সৰোবৰ
ৰাতিৰ চন্দ্ৰই ভেঁটফুলবোৰ কৰি তোলে জাতিষ্কাৰ।
আকাশৰ মেঘে অযাচিত ভাবে পানী দিয়ে সকলোকে
সাধুজনে নিজে পৰৰ হিতত নিয়োজিত হৈ থাকে।

(৬৫)

সাধুজনে কৰে পৰাৰ্থসাধন নিজৰ স্বাৰ্থকো এৰি
সাধাৰণে হলে পৰাৰ্থৰ কাম কৰে স্বাৰ্থসিদ্ধি কৰি।

স্বাৰ্থৰ কাৰণে মানুহ-ৰাক্ষসে পৰহিত নষ্ট কৰে
অযথা পৰৰ অন্যায়কাৰীয়ে নাজানোঁ কি নাম ধৰে!

(৬৬)

পাতকৰ পৰা আঁতৰাই ৰাখে লগায় হিত কামত
গোপনীয় কথা গুপুতাই থয় গুণক কৰে প্ৰকট।
বিপন্নজনক নেৰে কদাপিতো সময়ত কৰে দান
সন্ত সকলে ইয়াকেই কয় সৎ মিত্ৰৰ লক্ষণ।

(৬৭)

গাখীৰে সকলো গুণ নিজৰ দেহাতে থকা পানীকেই অৰ্পণ কৰিলে,
দুগ্ধক তাপিত দেখি পানীয়ে বেজাৰ মনে অগনিত আত্মাহুতি দিলে।
গাখীৰ ব্যাকুল হ'ল মিত্ৰৰ বিপদ দেখি উতলি পৰিল অগনিত,
পানীৰ লগত মিলি পুনৰায় শান্ত হয়, এয়ে সাধু মৈত্ৰীৰ চৰিত।

(৬৮)

সাগৰেই কেশৱৰ শোৱাঘৰ আৰু তাতে
থাকে হৰি-নিন্দুকৰ দল
আশ্ৰয় বিচাৰি ফুৰা মৈনাকেও পালেগৈ[1]
সেই মহাসাগৰৰ তল।
প্ৰলয়ৰ মেঘবোৰ সহিতে বড়ৱানল
সাগৰতে কৰিছে শয়ন[2]
চোৱাচোন সাগৰৰ বিশাল বিস্তৃত দেহ
সহনৰ শকতি কিমান!

---

১. ২৯ নম্বৰ শ্লোকৰ পাদটীকা দ্ৰষ্টব্য।

২. পুৰাণৰ কাহিনীমতে কাৰ্ত্ত্যবীৰ্য্যৰ পুত্ৰসকলে ভৃগুমুনিৰ বংশ নাশ কৰিবলৈ গৈ মাতৃৰ গৰ্ভত থকা শিশুকো হত্যা কৰিলে। এজনী মাতৃয়ে সন্তানটিক গৰ্ভৰ পৰা স্থানান্তৰিত কৰি উৰুত লুকাই ৰাখিলে। উৰুৰ পৰা ওলোৱা এইজন তেজস্বী ঋষিৰ নাম ঔৰ্ব। এওঁৰ চকুৰ অগনিয়ে কাৰ্ত্ত্যবীৰ্য্যৰ পুতেকবোৰক অন্ধ কৰি পেলালে। লগে লগে বিশ্বব্ৰহ্মাণ্ডও ভস্ম হবলৈ ধৰাত পিতৃসকলৰ অনুৰোধক্ৰমে ঔৰ্বই সেই অগ্নি সাগৰত পেলাই দিলে। তাতে ই ঘোৰাৰ মুখৰ আকৃতি লৈ লুকাই থাকিল। সেইবাবে সাগৰৰ জুইক বড়বাগ্নি বোলে। বড়বা মানে মাইকী ঘোৰা।

(৬৯)

এটি কচ্ছপৰ জনম হৈছিল ভুৱনৰ ভাৰ পিঠিত ললে।
জনম লভিলে ধ্ৰুৱে, চৌদিশে নিয়মিত ঘূৰে গ্ৰহমগুলে।
পাখি গজা উঁই পৰুৱাৰ দৰে চামে চামে লোক ওপজে মৰে
ধৰাৰ ডুমৰু ফলৰ মাজত বিফল জনম মিছাতে ধৰে।

(৭০)

বিষয় আসক্তি ছিন্ন কৰিবা ক্ষমাগুণ আচৰিবা,
অহঙ্কাৰ নাশ কৰিবা কদাপি পাতকত নমজিবা।
সঁচা কথা কবা জ্ঞানীক সেৱিবা, সাধুৰ লবা শৰণ।
শত্ৰুক মধুৰ কথাৰে জিনিবা মানীক কৰিবা মান।
নিজ গুণ-গান নকৰিবা কীৰ্ত্তি কৰিবা সংৰক্ষণ
দুখীয়াক দয়া কৰিবা, কাৰণ, সাধুৰ এয়ে লক্ষণ।

(৭১)

পৱিত্ৰ অমৃত ৰসে পৰিপূৰ্ণ যিজনৰ
শৰীৰ বচন আৰু মন,
সকলোৰে উপকাৰ সাধনেৰে তুষ্ট কৰি
প্ৰেমময় কৰে ত্ৰিভুৱন।
যদিও অণুৰ দৰে নগণ্য পৰৰ গুণ
কৰি তাক পৰ্বত সমান,
আপোনাৰ হৃদয়ক বিকশিত কৰি তোলে
এনে সন্ত আছে নো কিমান!

## ধৈৰ্য্য পদ্ধতি

(৭২)

মহা জলধিৰ ৰত্ন ৰাজিৰে
নহ'ল দেৱতা তুষ্ট,
অথবা ভীষণ বিষৰ কাৰণে
ভয়ত নহল ত্ৰষ্ট।

অমৃত নাপালে জিৰণিৰ কথা
নিদিয়ে মনত ঠাই,
নিশ্চিতাৰ্থ নোপোৱালৈকে
সুধীৰৰ শান্তি নাই।

(৭৩)

অধম মানুহে বিঘ্নিৰ ভয়ত নিদিয়ে কামত হাত,
মধ্যম মানুহে কৰা কাম এৰে বাধা দেখি সমুখত।
উত্তম মানুহে আৰম্ভ কৰিলে কাম কদাপিতো নেৰে,
বাৰে বাৰে অহা বিঘিনিবোৰকো আঁতৰায় সাহসেৰে।

(৭৪)

কেতিয়াবা ভূমি শয্যা কেতিয়াবা শোৱে পালেঙত,
কেতিয়াবা শাকাহাৰ কেতিয়াবা সুকোমল ভাত।
কেতিয়াবা ছিৰা কঁথা, কেতিয়াবা দিব্য আৱৰণ,
চিন্তাশীল কৰ্মীজনে সুখ দুখ কৰে আওকাণ।

(৭৫)

নীতিত নিপুণ জনে নিন্দা কিম্বা স্তুতিবাদ
কৰক যি আছে কৰিবৰ,
লখিমীও ইচ্ছামতে আহকে বা যাওকেই
নাই তাত একো ভাবিবৰ।
মৰণৰ দূত যদি আহে মাৰি নিবলৈ
আজি কিম্বা যুগৰ অন্তত,
সুধীৰ সকল থাকে অবিচল সৰ্বদায়
তিলমানো নেৰে ন্যায় পথ।

(৭৬)

ৰূপহী নাৰীৰ কটাক্ষত যাৰ চিত্ত নহয় দগ্ধ,
প্ৰচুৰ ধনৰ লোভৰ জালত যিজন নহয় বদ্ধ,
অথবা ক্ৰোধৰ অগনিয়ে যাৰ দগ্ধ নকৰে মন,
তেৱেঁই সুধীৰ নিজ মহিমাৰে জয় কৰে ত্ৰিভূৱন।

(৭৭)

অপমান কৰিলেও ধৈৰ্য্যশালী পুৰুষৰ
ধৈৰ্য্যগুণ নোৱাৰি নাশিব,
তললৈ মুখ কৰি ধৰিলে জুইৰ শিখা
তলমুৱা নোৱাৰি কৰিব।

(৭৮)

কোনো ওখ পাহাৰৰ উত্তুঙ্গ শৃঙ্গৰ পৰা
পিচলি হঠাৎ পৰি গৈ,
ওখোৰা-মোখোৰা টান শিলত থেকেচা খাই
দেহ যদি গুৰি হৈ যায়,
অথবা সাপৰ তীব্ৰ দাঁতৰ মাজত হাত
দিয়ে কিম্বা পৰে অগনিত
সিও ভাল, কিন্তু হলে চৰিত্ৰৰ হানি কৰা
কদাপিতো নহয় উচিত।

(৭৯)

যিজনৰ চৰিত্ৰত বিশ্বক আপোন কৰা
সুবিমল প্ৰেম শোভা পায়,
সাগৰ তেওঁৰ বাবে নদী হয় তিলকতে
অগনিও পানী হৈ যায়।
মেৰু গিৰি হয় সৰু শিলৰ টুকুৰা যেন
সিংহ হয় হঠাতে হৰিণ
বিষৰ ৰসৰ পৰা সুধাৰ নিজৰা ঝৰে
সাপো হয় মালাধাৰী যেন।

(৮০)

কাটিলেও ঠন ধৰি গজি উঠে তৰুবৰ
ক্ষীণ চন্দ্ৰ পুনু পূৰ্ণ হয়,
সন্তই ইয়াক ভাবি বিপদত পৰিলেও
সমাজত সন্তপ্ত নহয়।

(৮১)

সৌজন্যই অলঙ্কাৰ হয় ঐশ্বৰ্য্যৰ
বাক্যৰ সংযমে হয় ভূষণ শৌৰ্য্যৰ।
সংযম জ্ঞানৰ আৰু বিনয় বিজ্ঞৰ,
সৎ পাত্ৰত ব্যয় কৰা ভূষণ বিত্তৰ।
তপৰ অক্ৰোধ আৰু ক্ষমা সক্ষমৰ
সৰলতা গুণ হয় ভূষণ ধৰ্মৰ।
উত্তম চৰিত্ৰ কিন্তু পৰম ভূষণ।
সকলো গুণৰে মূল ইয়েই কাৰণ।

## দৈৱ পদ্ধতি

(৮২)

বৃহস্পতি নেতা যাৰ বজ্ৰ যাৰ প্ৰহৰণ
সৈনিক দুৰ্বাৰ দেৱ বীৰ,
সৰগ দুৰ্গত বাস শ্ৰীহৰিৰ অনুগ্ৰহ
লাভ কৰি যাৰ উচ্চ শিৰ।
হাতী যাৰ ঐৰাৱত এনে বল বীৰ্য্যবান
বাসৱৰো হয় পৰাজয়,
ধিক সেই পৌৰুষক দৈৱৰ শৰণ মাথো
সকলোৰে পৰম আশ্ৰয়।

(৮৩)

পেটাৰীত পৰি আছে হতাশা পীড়িত সাপ
দুৰ্বল—ভোকত লালকাল,
ৰাতি নিগনিয়ে নিজে পেটাৰীত ছিদ্ৰ কৰি
সাপটোৰ মুখত সোমাল।
মঙ্গহেৰে তৃপ্ত হৈ ছিদ্ৰেৰে ওলাই গল
পেটাৰীৰ পৰা পথলৈ,
এইদৰে মানুহৰো উন্নতি বা পতনৰ
কাৰণ ভাগ্যই মাথো হয়।

(৮৪)

ঢোপটোৰ দৰে সজ্জন সকল পৰি পুনৰায় উঠে,
মাটিৰ চপৰা পৰিলেই ভাঙে দুৰ্জন পৰিলে নুঠে।

(৮৫)

সূৰ্য্যৰ প্ৰখৰ কিৰণে দহিছে তপামূৰীয়াৰ মূৰ,
বিধিৰ লিখন তালৰ শীতল ছায়াতেই ললে জুৰ।
তাতেই ডাঙৰ ফল পৰি তাৰ ভাঙে মূৰ শব্দেৰে,
হতভগাজন য'লৈকেই যায় আপদেও পাছ নেৰে।

(৮৬)

চন্দ্ৰ আৰু সূৰুযক গ্ৰহে পীড়া কৰে,
গজ আৰু ভুজঙ্গকো বান্ধে বান্ধোনেৰে।
দীনতাৰ দুখ দেখি জ্ঞানী সকলৰ,
ভাবোঁ মই বিধি তুমি মহা শক্তিধৰ।

(৮৭)

স্ৰজিছে বিধিয়ে বহু গুণৰ আঁকৰ
পুৰুষ ৰতন ভুৱনৰ অলঙ্কাৰ,
ক্ষণজীৱী তেওঁকো কৰিছে দেৱতাই
দুখ লাগে, বিধাতাৰ মুঠে জ্ঞান নাই।

(৮৮)

সুধাৰ ভাণ্ডাৰ আৰু ঔষধৰ পতি,
শতেক বৈদ্যই যাক কৰে তুতি নাতি।
শিৱৰ মূৰত থাকি জিলিকে সদায়,
ক্ষয়ৰোগে এনেহেন চন্দ্ৰমাকো খায়।
হতভাগ্য বিধাতাৰ এনেহে বিধান
কোনেও নোৱাৰে তাক কৰিব লংঘন।

(৮৯)

দুষ্ট বিধাতাই সখি নিজৰেই নিয়মত
বুদ্ধিমান কুমাৰৰ দৰে,
দুখৰ মাৰিৰে মাৰ মাৰি মাৰি মনটোক
মাটিৰ উধান যেন কৰে।
চিন্তা যেন চাকটিত মনৰ উধানটোক
থৈ সখি ঘূৰায় দেখোন
একোকে নাজানো মই বিধান কি বিধাতাৰ
চকৰিত ঘূৰিছোঁ মাথোন।

(৯০)

বিপদত পৰি যদি সন্ত মহাজনে
ধৈৰ্য্য হেৰুওৱা চাব খোজা মনে মনে,
এৰা সেই চেষ্টা এৰা নিষ্ফল যতন।
কাৰণ, হে মূৰ্খ, হলে কল্প অৱসান
এৰিব নিজৰ কাম শকতি অপাৰ
তথাপি নহয় ক্ষুদ্ৰ গিৰি বা সাগৰ।

(৯১)

ভাগ্য বা প্ৰভুই নিজে নিজৰ নিয়ম মানি অলপ হলেও লোকে পায়,
জগতত মহতৰ আশ্ৰয় লোৱাৰ বাবে বেছি লাভ কদাপি নহয়।
সকলোৰে আশাপূৰ্ণ যদিওবা কৰি আছে বাৰিষাৰ মেঘে সৰ্বদায়,
দুটোপ বা তিনিটোপ পানীৰ কণিকা মাথো চাতকৰ মুখত সোমায়।

## কৰ্ম পদ্ধতি

(৯২)

দেৱতাক নমস্কাৰ কিন্তু দেৱতায়ো মানে
হতভাগ্য বিধিৰ বিধান;
বিধাতাক নমস্কাৰ কিন্তু তেৱোঁ সৰ্বদায়
কৰ্মফল মাথো কৰে দান।

ফল যদি কৰ্মাধীন দেৱতা বা বিধাতাক
কিবা লাভ কৰি নমস্কাৰ,
সেইবাবে কৰমৰ শৰণ লোৱাহে ভাল
বিধাতাও তলতীয়া যাৰ।

(৯৩)

ব্ৰহ্মাণ্ডৰ চাকটিত ব্ৰহ্মাক কুমাৰ কৰি
নিয়ন্ত্ৰণ কৰিছে যিজনে,
অৱতাৰ দহোটিৰ অৰণ্যৰ সঙ্কটত
বিষ্ণুক পেলায় যিটো জনে।
যাৰ বাবে শূলপাণি ভিক্ষা কৰি ঘূৰি ফুৰে
কপালত যুৰি দুই হাত,
যাৰ বাবে দিনমণি নিতে আকাশত ঘূৰে
কৰ্ম তেওঁ নমো চৰণত।

(৯৪)

দুৰ্জ্জনকে সাধুজন মূৰ্খক বিদ্বান আৰু
বিদ্বেষীক কৰে হিতকাম,
ক্ষন্তেকতে হলাহল পৰম অমৃত কৰে
পৰোক্ষক কৰে দৃশ্যমান।
সেই সৎ কৰ্মৰূপ দেৱতাক পূজা কৰা
লাগে যদি কামনাৰ ধন।
হেৰা সাধু, নকৰিবা বিপুল গুণৰ বাবে
ব্যসনেৰে বৃথাই যতন।

(৯৫)

অবিচ্ছিন্ন ভাবে ভাল কাম কৰা যদি
সুদৃশ্য প্ৰাসাদ পাবা ৰূপহী যুৱতী,
শুকুলা ছাতিৰে[১] ৰাজলক্ষিমী উজ্জ্বল
থাকিব তোমাৰ সতে যেন চিৰকাল।

---

১. মূৰৰ ওপৰত শুকুলা ছাতি ৰজাইহে লয়।

সুকৰ্মৰ সূতা গছি ছিগিলে এবাৰ,
সদায় প্ৰেমৰ যুঁজ কৰা প্ৰেমিকৰ;
মুকুতাৰ মালা ছিঙি টুকুৰাটুকুৰ
হলে মণিবোৰ হয় যিদৰে বিদূৰ।
সিদৰে তোমাৰো ভাগ্য চকু পচাৰতে
নাইকিয়া হৈ যাব সকলো দিশতে।

(৯৬)

যিকোনো কামৰ ভাল বেয়া গুণ গুৰিতেই
চোৱা ভাল কাম কৰোঁতাই,
শেষত কি হয় গৈ তাকো থিৰ কৰি লোৱা
পণ্ডিতৰ উচিত নিশ্চয়।
ততাতৈয়াকৈ কৰা কামবোৰে সৰ্বদায়
বিপদ বিঘিনি মাতি আনে,
হৃদয় দহনকাৰী বিষাক্ত শেলৰ দৰে
অঘটন সৃষ্টি কৰি হানে।

(৯৭)

বৈদূৰ্য্যৰ কেৰাহিত চন্দন খৰিৰ দ্বাৰা
নহৰু নো পাক কৰে কোনে,
সোণৰ নাঙল লৈ আকন গছৰ শিপা
বিচাৰি পথাৰ খান্দে কোনে।
কৰ্পূৰ গছৰ ডাল কাটি আনি কোনোবাই
ধাননিৰ বেৰা জানো দিয়ে,
কৰমৰ ভূমি পাই তপস্যা নকৰাকৈ
ভাগ্যহীন জনে কাল নিয়ে।

(৯৮)

চেহাৰা চৰিত্ৰ কুল আৰু বিদ্যা বল
অথবা যত্নৰ সেবা সকলো নিষ্ফল।
পূৰ্বৰ তপস্যা গুণে সঞ্চিত ভাগ্যই
ফল দিয়ে সময়ত— যিদৰে বৃক্ষই।

(৯৯)

পানীত ডুবক কিম্বা মেৰু শিখৰত
উঠক বা শত্ৰুজয় কৰক ৰণত;
বাণিজ্যৰ কিম্বা কাম খেতি পথাৰৰ,
শিখক যতনে বিদ্যা কৌশল কলাৰ।
পখীৰ নিচিনাকৈ যত্নৰ সহিতে,
বহল আকাশ ভ্ৰমি ফুৰক সততে।
কৰ্মফল মতে যিটো নহবলগীয়া
নহয়, নহয় নষ্ট যি হবলগীয়া।

(১০০)

বন, ৰণ, শত্ৰু আৰু অগ্নিৰ মাজত
পানী বা সাগৰ আৰু গিৰি শিখৰত,
নিদ্ৰা বা প্ৰমাদ কিম্বা মহা বিপদত
ৰক্ষা পাবা মাথো পূৰ্ব পুণ্যৰ বলত।

(১০১)

ভীষণ অৰণ্যখনো হয় ৰম্যপুৰ
সকলো মানুহ হয় সজ্জন মধুৰ।
মণি মুকুতাৰে ভৰে সমস্ত ভুৱন
পূৰ্বৰ পুণ্যেৰে যাৰ সমৃদ্ধ জীৱন।

## বিবিধ

(১)

যিজনীৰ কথা সৰ্বদায় ভাবোঁ
মোক দেখোঁ তাই ভাল নাপায়,
যিজনক তাই কাষতে বিচাৰে
সিও অইনত আসক্ত হয়।

আন এজনীয়ে মোকেহে আকৌ
ভালৰি লগাই কৰে মৰম,
তাইক আৰু তাক মদনক ধিক
ধিক তাই আৰু মোৰ জনম।

(২)

যিজনৰ নাই সাহিত্য সঙ্গীত
কলাৰ বিমল জ্ঞান,
জানিবা সিজন শিং নেজ হীন
সাক্ষাৎ পশু সমান।
ঘাঁহ বাদ দিও যিহেতু সিহঁতে
জীৱন ধাৰণ কৰে,
সেইটো জানিবা পৰম ভাগ্য
বন্য পশুকুলৰে।

(৩)

যাৰ নাই বিদ্যা নাই তপ আৰু দান
'চৰিত্ৰ, ধৰ্মৰ বল, নাই তত্বজ্ঞান,
গুণো নাই, তেওঁ মাথো পৃথিৱীৰ ভাৰ
পশু হৈ চৰি ফুৰে ৰূপ মানুহৰ।

(৪)

গিৰি গুহা বাস কিম্বা পশুৰ লগত
থাকিম যে সিও ভাল মহা অৰণ্যত,
কিন্তু মূৰুখৰ সঙ্গ ইন্দ্ৰৰ পুৰীত
নালাগে নালাগে যিটো নহয় বাঞ্চিত।

(৫)

সন্তান চৰিত্ৰবান সাধ্বী সতী প্ৰিয়তমা,
স্বামী সুখ সাধন তৎপৰ,
মিত্ৰ মৃদু স্বভাৱৰ অবঞ্চক পৰিজন
দুঃখ ক্লেশ বিহীন অন্তৰ।

সুন্দৰ দেহৰ কান্তি অচলা লখিমী আৰু
বিদ্যাই উজ্জ্বল কৰা মুখ,
বিশ্বৰ আনন্দ ৰূপ ইষ্টদেৱ তুষ্ট হলে
মানুহক দিয়ে এই সুখ।

(৬)

ইন্দ্ৰিয় সকলোবোৰ আছে অবিকল হৈ
নামো সেই আছে একেটাই,
প্ৰখৰ বুদ্ধিৰ বল আগৰ নিচিনা আছে
কথাৰ ভঙ্গিমাও একেই।
ধনৰ উষ্মতা কিন্তু নাথাকিলে মানুহৰ
সেই জন একে মানুহকে,
কোনোবা বেলেগ বুলি গণ্য কৰে সকলোৱে
ইয়াকেই আচৰিত লাগে।

(৭)

কোনেনো নাজানে জলধৰ তুমি
চাতক পখীৰ প্ৰাণ,
আমাৰ দুখৰ কাহিনীৰ বাবে
ৰবা নে অকণমান?

(৮)

হে বন্ধু চকাত তুমি এখন্তেক শুনি যোৱা সাৱধানে কথা একাষাৰ
অকাশত বহু মেঘ আছে কিন্তু সকলোৱে নহয়তো একে ধৰণৰ।
কোনো বিধে বসুধাক পানীৰে তিয়াই দিয়ে কোনো বিধে গৰজে বৃথাই.
সেয়ে, মেঘ দেখিলেই সমুখত গৈ তুমি কান্দি যেন নাথাকা সদায়।

(৯)

কি কৰিব সোণ কিম্বা ৰূপৰ পাহাৰে
কাৰণ বিৰিখ তাত বিৰিখ মাথোন।
মলয়ক গিৰি মানো, আশ্ৰয়ত তাৰে
অশোক কুটজ নিম সকলো চন্দন।

(১০)

দেহাতেই থকা এলাহো লোকৰ পৰম শত্ৰু হয়
উদ্যমৰ দৰে বন্ধু নাই যাক কৰিলে দুখ নাপায়।

(১১)

কৰ্মৰ অধীন ফল, বুদ্ধি কিন্তু কৰমৰ
পাছে পাছে যায় পুৰুষৰ,
তথাপি কামত আছে ধীমানৰ প্ৰয়োজন
ভাব আৰু সুস্থ বিচাৰৰ।

(১২)

বসন্তক দুষিবা নে শুকান মৰুত গজা গছত নাথাকে যদি পাত?
সূৰ্যক দিবা নে দোষ ফেঁচাই নেদেখে যদি একোকে দিনৰ পোহৰত?
মেঘৰেই দোষ জানো নপৰে পানীৰ ধাৰা যদিহে মুখত চাতকৰ?
জনমতে বিধাতাই যি লিখিছে কপালত সাধ্য আছে কাৰ মচিবৰ?

(১৩)

লাভ কি? গুণীজনৰ সঙ্গম।
দুখ কি? মূৰ্খ সঙ্গতি।
হানি কি? কাল অযথা খৰচ।
নৈপুণ্য? ধৰ্মত ৰতি।
বীৰ কোন? যি ইন্দ্ৰিয় বিজয়ী।
প্ৰিয়া কোন? পতিব্ৰতা।
ধন কি? বিদ্যা। সুখ কাক বোলে?
প্ৰবাস? ভয় হীনতা।
ৰাজ্য কি? (এই প্ৰশ্নৰ উত্তৰ
দীঘলীয়া অকমান)
সেয়েই ৰাজ্য যিখন দেশত
আদেশ ফলবান।

(১৪)

অপ্ৰিয় বচন মুঠে মুখত নোলায়, ভাল ভাল মিঠা কথা কয় সৰ্বদায়,
নিজৰ ভাৰ্য্যাৰে তুষ্ট জীৱন কটোৱা, আৰু পৰনিন্দাবাদ মুখত নোলোৱা,
এনেকুৱা গুণৱান লোকেৰে মণ্ডিত, খুব কম ঠাই আছে এই পৃথিৱীত।

(১৫)

উজ্জ্বল জ্যোতিৰে দীপ্ত ভাস্কৰৰ দৰে
এজন বীৰেই ধৰা পদানত কৰে।

(১৬)

সত্যবাদী তেজস্বীয়ে প্ৰতিজ্ঞা ৰক্ষাৰ বাবে
সুখ বা জীৱন ত্যাগ কৰিবও পাৰে,
লাজ শুদ্ধি সততাৰো প্ৰতিজ্ঞাই জন্ম দিয়ে
সদায় লগতে থাকে জননীৰ দৰে।

(১৭)

দেৱতা বুলিলে শিৱ অথৱা কেশৱ
যতি বা ৰজাই মাথোঁ আচল বান্ধৱ।
বাসৰ কাৰণে লবা বন বা নগৰ
ভাৰ্য্যা হব পাৰে সুন্দৰী বা কন্দৰ।[১]

১. কোনো কোনো পুথিত এই শ্লোকটো নীতিশতকৰ ভিতৰুৱা। ইয়াৰ ১ম ২য় আৰু ৩য় শাৰীত উল্লেখ কৰা শিৱ বা কেশৱ, যতি (সন্ন্যাসী) বা ৰজা, আৰু বন বা নগৰ যিদৰে সমজাতীয়, ৪ৰ্থ শাৰীৰ সুন্দৰী তিৰোতা বা কন্দৰ (গুহা) সমজাতীয় নহয়। মূল ভাবটোৰ ব্যাখ্যা এনেধৰণে কৰিব পাৰি; আৰাধনা কৰা, সমাজত বাস কৰা, ঘৰ নিৰ্মাণ কৰা বা গাৰ্হস্থ্য জীৱন যাপন কৰা এইবোৰত দুটা ব্যৱস্থাহে গ্ৰহণীয় হব পাৰে; তৃতীয় ব্যৱস্থাৰ স্থান নাই। আৰাধনাৰ বাবে শ্ৰেষ্ঠ দেৱতা শিৱ বা কেশৱ। বান্ধৱৰূপে গ্ৰহণ কৰিব লাগিলে সন্ন্যাসী বা ৰজা; তাৰে এজন পাৰমাৰ্থিক আৰু আনজন পাৰ্থিৱ সম্পদত শ্ৰেষ্ঠ। ঘৰ সাজিবলৈ হলে সাংসাৰিক জীৱনৰ সকলো সুবিধা থকা নগৰত ঘৰ সাজিব লাগে, নহলে আধ্যাত্মিক জীৱনৰ উৎকৰ্ষতাৰ বাবে বনলৈ যাব লাগে। বিয়া কৰাবলৈ হলে সুন্দৰী নাৰীহে গ্ৰহণ কৰা উচিত, নহলে সংসাৰ এৰি গুহাবাসী হোৱা ভাল। এই দুয়ো ৰকমেই জীৱন সুখৰ হয়। সুন্দৰী ভাৰ্য্যাই সংসাৰী জীৱন মধুৰ কৰে আৰু সৎ পুত্ৰৰ দ্বাৰা বংশ উজ্জ্বল কৰে; আনহাতে গুহাত থাকি ব্ৰহ্মোপাসনাৰ দ্বাৰা জীৱন সাৰ্থক কৰি অমৰ কীৰ্ত্তি লাভ কৰিব পাৰি। কুৎসিত ভাৰ্য্যাতকৈ গুহাৰ জীৱন শ্ৰেয়।

# শৃঙ্গাৰ শতক

## স্ত্রী প্রশংসা

(১)

হৰি হৰ বিৰিঞ্চিকো হৰিণাক্ষী ৰূপহীৰ
গৃহদাস কৰা ভগৱান
বৰ্ণনাৰ অগোচৰ বিচিত্ৰ চৰিত্ৰবান
মীন-ধ্বজ[১] তোমাক প্ৰণাম।

(২)

মধুৰ হাঁহিটি মাৰি নানা ভাব ভঙ্গিমাৰে
লাজ কৰে, কৰে যেন ভয়
মুখ এফলীয়া কৰি চাওঁ নে নাচাওঁ কৈ
মধুৰ কটাক্ষ কৰি চায়।
কথাৰে বা ঈৰ্ষাৰে খঙেৰে বা লীলাৰেই
কিমান যে ছলনা অপাৰ
সকলো ভাবৰ দ্বাৰা তিৰোতাই ছল কৰি
জাল পাতে মাথো বন্ধনৰ।

(৩)

ভুৰু যুগলৰ চতুৰ কুঞ্চনে চাৱনি কৰে মধুৰ
শুনা নুশুনাৰ মাজতে কথাৰ স্নিগ্ধ কোমল সুৰ।
হাঁহিৰ ৰেখাটি লাজুকী ভাবেৰে ঢাকি থয় বাৰে বাৰে
ক্ষণিকে চঞ্চল থমকে হঠাৎ হালি জালি খোজ কাঢ়ে।
কত লয়লাস ৰওঁতে যাওঁতে সীমা নাই ভঙ্গিমাৰ
এয়েই অস্ত্ৰ সকলো নাৰীৰ এয়ে যেন অলংকাৰ।

---

১. কন্দৰ্প, মদন, কামদেৱ।

(৪)

ৰূপ কুঁৱৰীয়ে যেন নয়নৰ নীলিমাৰে
দশোদিশ কৰিছে উজ্জ্বল,
ভুৰুৰ নাচোন তুলি লাজ লাজ কৰি যেন
অগা পিছা কৰিছে কেৱল।
মন চোৰ মদনৰ তাড়নাত তৰুণীয়ে
দেখুৱায় নয়ন বিলাস,
কেতিয়াবা ভয় কৰি অথবা লীলাৰ ছলে
কুমাৰীয়ে কৰে লয়লাস।
সকলো দিশতে যেন ফুলা নীল কমলৰ
সুবাসৰ মধুৰ বিস্তাৰ,
কুমাৰীৰ কমনীয় ৰূপৰ পোহৰে যেন
সুন্দৰৰ তুলিছে জোৱাৰ।

(৫)

বদন মণ্ডলে যেন ম্লান কৰে চন্দ্ৰমাকো
দুচকুৱে উপহাস কৰে নলিনীক,
দেহৰ বৰণে যেন সোণকো চেৰাই যায়
চুলিৰ খোপাই জয় কৰে ভ্ৰমৰীক।
স্তন যুগলকো যেন হাতীৰ সুগোল শিৰ
বুলি ভুল কৰি ভাবে ভাবুকে মনত,
বিশাল নিতম্ব আৰু কোমল মধুৰ মাত
স্বাভাৱিক অলংকাৰ যুৱতী দেহত।

(৬)

তাৰুণ্যৰ পৰশত কিমান ধুনীয়া হয়
ৰমণীয় হৈ পৰে হৰিণ-নয়না,
মিচিকিয়া হাঁহিটিয়ে মুখনি শুৱনি কৰে
তিৰবিৰ দুচকুত সৰলতা সনা।
চাৱনিয়ে চমকায় যতনে লুকাই থোৱা
সম্পদৰ সঁফুৰাটি বুকুৰ মাজৰ

ওঁঠত কঁপনি উঠে          কওঁ নে নকওঁ কৈ
কওঁতে মনৰ কথা নতুন ৰসৰ।
খোজে পতি দেহলতা          লয়লাসে নাচি উঠে
ৰূপায়িত হয় যেন ছন্দ লীলাময়,
তৰুণী লতাই যেন          নতুন ফুলৰ সাজ
লৈ হাঁহি ৰৈ আছে ওৰণি গুচাই।

(৭)

চাবৰ কাৰণে ভাল          প্ৰেমত প্ৰসন্ন মুখ          মৃগ নয়নাৰ,
গোন্ধ লবা প্ৰেয়সীৰ          সুন্দৰ মুখৰ পৰা          অহা সুবাসৰ।
শুনিবৰ বাবে ভাল          প্ৰিয়াৰ মুখৰ মাত          অমিয়া নিজৰে,
পদুমী ওঁঠত থকা          ৰসৰ সোৱাদ ভাল          মৌ সৰি পৰে।
পৰশৰ বাবে মাথো          বিচাৰিবা তৰুণীৰ          দেহ সুকোমল
হৃদয়ত ধ্যান কৰা          নতুন যৌৱনে যাক          কৰিছে চঞ্চল।

(৮)

কঁকালৰ চন্দ্ৰহাৰ          হাতৰ বলয় খাৰু
ভূষণ সুন্দৰী যুৱতীৰ,
তাৰ সতে নূপুৰৰ          ঝঙ্কাৰত হয় যেন
পৰাজয় ৰাজহংসিনীৰ।
বিবশ নহয় কোন          পুৰুষৰ হিয়ামন
শুনি সেই সুমধুৰ ধ্বনি,
লগতে থাকিলে আৰু          চকিত হৰিণী নে
তৰুণীৰ মধুৰ চাৱনি?

(৯)

সুগন্ধি কুঙ্কুমে          কমনীয় কৰে
নমনীয় দেহ যাৰ,
গৌৰ স্তনৰ          কঁপনিত যাৰ
কঁপি উঠে হেমহাৰ।
পদুমৰ দৰে          যাৰ চৰণৰ
নেপুৰৰ ধ্বনি শুনি,

হংসৰাজ বুলি ইফালে সিফালে
চায় ৰাজহংসিনী।
ৰূপহীৰ এনে ৰূপৰ মদিৰা
কৰি আকণ্ঠ পান,
নহয় বিৱশ পৃথিবীত এনে
আছে জানো কোনোজন।

(১০)

কবি শিৰোমণি সৱ সঁচাকৈ মিছলীয়া
কামিনীক বোলে যদি অবলা সদায়,
বিলোল কটাক্ষ হানি ইন্দ্ৰ আদি দেৱতাকো
জয় কৰা নাৰী জানো বলহীনা হয় ?

(১১)

সঁচাকৈয়ে কামদেৱ সুন্দৰী নাৰীৰ তুমি
আজ্ঞাবাহী একান্ত সেৱক,
কিয়নো সুনয়নাই দৃষ্টিপাত কৰিলেই
ঢলি পৰে যিকোনো যুৱক

(১২) ক[১]

কৃশাঙ্গী তোমাৰ চুলিটাৰি আছে
বন্ধা বিতোপনকৈ,
চকুও তোমাৰ টনা আছে যেন
দুয়োফালে কাণলৈ।
মুখত তোমাৰ নিজ গুণে বগা
সমান দুপাৰি দাঁত,
উঠন বুকুত মুকুতাৰ মালা
জিলিকেছে মহিমাত।

১. মূল শ্লোকটো দ্ব্যৰ্থক। সৰলাৰ্থত (ক) নাৰী সৌন্দৰ্য্য আৰু পুৰুষৰ ওপৰত তাৰ প্ৰতিক্ৰিয়া বৰ্ণনা কৰা হৈছে গভীৰ অৰ্থ (১২) খ-ৰ পাদটীকা চাওক ৩৭ পৃষ্ঠাত।

লাহী দেহটোৰে　　প্ৰশান্তিৰে মোক
কেতিয়াবা শান্ত কৰে।
তথাপিতো হায়!　　বিৰাগেৰে মোৰ
অন্তৰ কিয়নো ভৰে!

(১২) খ[১]

মূৰত জটাৰ ভাৰ　　বান্ধিছোঁ যতন কৰি
পাঠ শেষ কৰিছোঁ বেদৰ,
স্বভাৱতে শুচি মোৰ　　দাঁতেৰে শোভিত মুখ,
উদাৰ হৃদয় কন্দৰ,
সন্মুক্তি সাধনাৰ　　সুন্দৰ নিবাস স্থান
ক্ষণি দেহ তোমাৰ কাৰণে
প্ৰশান্তিৰ সুখ পাওঁ　　অথবা ভোগৰ দুখ
কিয় বাৰু পাওঁ ঘনে ঘনে?

(১৩)

ধনুৰ্বাণ প্ৰয়োগৰ　　অপূৰ্ব কৌশল কিয়
মোহময়ী আছা দেখুৱাই?
কেৱল গুণেৰে[২] তুমি　　হিয়া ভেদ কৰি দিয়া
বাণৰ তো প্ৰয়োজন নাই।

(১৪)

চাকিয়ে পোহৰ দিছে　　অগনিও জ্বলি আছে
জোন বেলি তৰাবোৰে পোহৰ বিলায়,
হৰিণ শিশুৰ দৰে　　প্ৰেয়সীৰ চকুযুৰি
নেদেখি জগতখন দেখোঁ তমোময়।[৩]

---

১. গভীৰ অৰ্থত (খ) তপস্যা কৰি পোৱা অভিজ্ঞতাৰ কথা কোৱা যেন লাগে।
২. গুণ শব্দটোত শ্লেষ লক্ষ্য কৰিব লগীয়া। ই ধনুৰ গুণ আৰু সৌন্দৰ্য্যৰ লক্ষণ দুয়োটা অৰ্থত ব্যৱহাৰ হৈছে।
৩. পিতৃ আজ্ঞা পালন কৰি ৰামচন্দ্ৰ যাওঁতে দশৰথে চকুযুৰিও গ'ল বুলি কান্দিছিল—বাল্মিকী ৰামায়ণ।

(১৫)

সুগঠিত পয়োধৰ চঞ্চল নয়নদুটি
চেলাউৰি নাচে বাৰে বাৰে,
মদনৰ পীড়নত তেজ ৰঙা ওঁঠ দেখি
বেথাত হৃদয় ভৰি পৰে।
মদনে ফুলৰ ধনু লৈ নিজে লিখি দিছে
শাৰী শাৰী ভাগ্যৰ আখৰ,
দেহৰ মাজত তেনে নোমৰ পৰশ লাগি
বাঢ়ে কিয় উত্তাপ দেহৰ?

(১৬)

চন্দ্ৰকান্ত মণিৰ নিচিনা মুখনিৰে
মহানীল যেন লগা মূৰৰ চুলিৰে,
পদ্ম ৰাগ মণি যেন হাত দুখনিৰে
ৰত্নময়ী হে তাই জ্বলে জেউতিৰে।

(১৭)

স্তনৰ ভৰত গুৰু যেন শোভা কৰে,
মুখ-চন্দ্ৰ জ্বলে যেন সূৰুযৰ দৰে,
শনৈশ্চৰ চৰণেৰে ধীৰে ধীৰে যায়
গ্ৰহময়ী ৰূপৰ কুঁৱৰী যেন তাই।[১]

(১৮)

মনোহৰ উৰু আৰু ঘন বক্ষস্থল
চাৰু মুখ দেখি চিত্ত কিয়নো চঞ্চল?
পুণ্য কাম কৰা যদি লাগে সেই ধন
পুণ্য বিনে মনস্কাম নহয় পূৰণ।

---

১. গুৰু = বৃহস্পতি গ্ৰহ বা ডাঙৰ। শনৈঃ = লাহে লাহে; শনৈশ্চৰ = শনি গ্ৰহ; (শনিৰ ভ্ৰমণ বৰ ধীৰ) অথবা লাহে লাহে যাওঁতাজন। বৃহস্পতি, চন্দ্ৰ, সূৰ্য্য, আৰু শনি এইকেটা শ্ৰেষ্ঠগ্ৰহ/স্তন, মুখ উজ্জ্বল বৰণ আৰু গহীন গমন এইকেটা যুৱতীৰ শ্ৰেষ্ঠ সম্পদ/পদ্যত এই দুটা ভাব লক্ষণীয়।

(১৯)

নাৰীৰ তৰুণৰূপে সৌৰভ বিলায়
প্ৰেমৰ নিপুণ কেলি ধীৰে খেলি যায়।
নতুন ভাবেৰে নানা গভীৰ প্ৰেমৰ
খেলাৰে হৰণ কৰে মন যুৱকৰ।
জয়মাল্য মদনক কৰি অৰপণ
উৰুৱায় সুৰতিৰ বিজয় নিচান।
মৃগ নয়নাৰ এই বিলাস চেষ্টাই
কোন পুৰুষক বাৰু জয় কৰা নাই?

(২০)

সন্তাপ মধুৰ কৰে[১] গভীৰ প্ৰণয়
উদাৰ প্ৰেমেৰে কৰে ৰঙীন হৃদয়।
শৃঙ্গাৰ আশ্ৰয় কৰা ৰসৰ ভাণ্ডাৰে
সুধাৰ সাগৰ যেন সুমধুৰ কৰে।
মুগ্ধ হৈ চায় কথা শুনে মুগ্ধ হৈ
সম্ভোগত সহযোগ কৰে সৰ্বদায়।
চেনেহতে পমি যায় স্বভাৱ সুন্দৰ
গোপনতে কয় মিঠা কথাটি মনৰ।
মনত জগাই তোলে মন্মথ মদন
মৃগ নয়নাই কাক নকৰে হৰণ?

## সম্ভোগ বৰ্ণনা

(২১)

কোনোবা চিকন দেহৰ নাৰীয়ে
ঘূৰি ঘূৰি বনে বনে,
জিৰাই-শঁতাই গছৰ ছায়াত
ফুৰিছিল নিজ মনে।

১. মধুৰ = তাপ শীতল কৰা = "শীতলীক্ৰিয়তে তাপো যেন তন্মধুৰং স্মৃতম্"

জোনৰ কিৰণ সহিব নোৱাৰি
বুকুৰ আঁচল খন,
হাতেৰে গুচাই পোহৰৰ জ্বালা
কৰিছিল নিবাৰণ।[১]

(২২)

নেদেখিলে চাবলৈ মাথোঁ আশা কৰোঁ
দেখিলে সাৱটি ধৰি মৰমতে মৰোঁ।
বুকুত সাৱটি পুনু আয়ত-নেত্ৰাক
আশা কৰোঁ দুটি দেহ এক হৈ য'ক।

(২৩)

ফুলোঁ ফুলোঁ কৈ থকা মালতীৰ মালাধাৰী মূৰৰ ভূষণ প্ৰেয়সীৰ
কুঙ্কুম চন্দন থাকে শুকাই নোযোৱাকৈ শৰীৰত চেনেহীজনীৰ।
মদালসা প্ৰিয়া মোৰ বুকুত যেতিয়া থাকে মোৰ বাবে সৰগ সেয়েই
আগম বা পুৰাণৰ সৰগী সুখৰ কথা নাভাবোঁ, থাকক পিছলৈ।

(২৪)

কুল কামিনীৰ সতে সুৰতিৰ সুখবোধ
অনুপম, কুল ললনাই,
নালাগে নালাগে বুলি প্ৰথমে আঁতৰি যায়
প্ৰেম ভাব ৰাখে লুকুৱাই।
যেতিয়া মদন পীড়া নোৱাৰে লুকাব আৰু
লাজ লাজ কৰি আগুৱায়,
অঙ্গৰ জড়তা ভাঙে শৰীৰ শিথিল হয়
সংযমৰ বান্ধ ভাগি যায়।
প্ৰেমৰ ৰসত মন কুমলি কুমলি যায়
কামনাই কৰে মোহনীয়া,
গোপন কেলিৰ ভাব, মনে মনে বহু কথা
আছে যেন জনাবলগীয়া।

---

১. নিজকে দেখুৱাবৰ ইচ্ছা আৰু লাজ এৰা,—এই দুটা বিপ্ৰলম্ভৰ দহটা অনঙ্গদশাৰ অন্তৰ্গত।
—"দৃঙমনঃ সঙ্গঃ সংকল্পো জাগৰঃ কৃশতাইৰতিঃ।
হ্ৰীত্যাগোন্মাদমূৰ্চ্ছান্তা ইত্যনঙ্গদশাদশ ॥"—কামশাস্ত্ৰ

তেতিয়া সংকোচ নাই দেহাই বিচাৰে দেহ
মিলনত অমিয়া মাধুৰী,
সম্ভোগৰ শৃংগাৰত সীমাহীন আনন্দৰ
দান দিব পাৰে কুলনাৰী।

(২৫)

বুকুৰ মাজত প্ৰিয়াই যেতিয়া
মেলি লৈ চুলিটাৰি,
মুদ খাব খোজা আধা চকু মেলি
আৱেশত থাকে পৰি,
সুৰতিৰ ঘামে গালত যেতিয়া
মধুৰ মদিৰা সানে,
তেতিয়া তেওঁৰ অধৰৰ মধু
পান কৰে ভাগ্যৱানে।

(২৬)

যি ৰতিৰ সম্ভোগত আনন্দৰ শিহৰণ
উঠে নিমীলিত নয়নাৰ,
সাৰ্থক বিশুদ্ধ প্ৰেম কামনাৰ নিদৰ্শন
বুলি কয় নাৰী পুৰুষৰ।[১]

(২৭)

বাৰ্দ্ধক্যত পুৰুষক মদনে পীড়িত কৰা
অনুচিত আৰু অশোভন,
সেইদৰে কামিনীৰো আয়ু কিম্বা ৰমণৰ
শেষ সীমা স্তনৰ পতন।

---

১. ধৰ্মাবিৰুদ্ধো লোকেহস্মিন্ কামোহস্মি ভৰতৰ্ষভ ॥ গীতা ৭/১১

(২৮)

মহাৰাজ, বহু ধন ৰতনেৰে কি কৰিম
যাব খোজো ঘৰলৈ ঘূৰি,
এই বিশ্বভুৱনত তৃষ্ণাৰ সাগৰ পাৰ
পোৱা নাই কোনেও সাঁতুৰি।
নিজৰ দেহাটি মোৰ জহি যাব লাহে লাহে
হব গৈ শকতি বিহীন,
অনুৰাগে যৌৱনক কৰোঁতে আমোলমোল
মন মোৰ থাকোঁতে ৰঙীণ।
যাওঁ মই ঘৰলৈ প্ৰেয়সীৰ নয়নত
পদুমৰ থাকোঁতে চাৱনি,
ৰূপৰ মাধুৰীখিনি বয়সৰ তাড়নাত
নেমাগোঁতে হঠাতে মেলানি।

(২৯)

সংসাৰত মানুহৰ যৌৱন কালতকৈ
বিপজ্জনক কাল নাই,
ইয়াতেই যতমান পুঞ্জীভূত অনৰ্থই
জীৱনক কৰে বিষময়।
যৌৱনেই প্ৰণয়ৰ একমাত্ৰ খেলাঘৰ
ইয়াতেই মোহৰ জনম,
শত নৰকৰ দুখ পোৱাৰ মূলতে মাথো
যৌৱনৰ বলিয়া ধৰম।
জ্ঞানৰ চন্দ্ৰক যেন যৌৱনে মেঘৰ দৰে
ঢাকি ধৰি কৰে অন্ধকাৰ,
মদনৰ একমাত্ৰ মিত্ৰৰূপে লগ লাগি
কৰে দোষ নানা ধৰণৰ।

(৩০)

সুৰতি বৃক্ষই দিয়ে মেঘৰ নিচিনাকৈ ছায়া আৰু নিয়ৰৰ কণা,
মন মতলীয়া কৰা যৌৱনৰ উন্মেষত সকলোকে কৰে আনমনা।

সবাকে সামৰি লোৱা লীলা খেলা ৰসেৰেই বোৱাই প্ৰেমৰ শতধাৰ,
মধুময় জীৱনৰ যৌৱন কুঞ্জক কৰে সুগন্ধি ফুলেৰে জাতিষ্কাৰ
মন্মথে মিতালি কৰে নৱ যৌৱনৰ সতে কথাত মুকুতা সৰি পৰে,
সৌভাগ্যৰ লখিমীয়ে দিয়া মণি মৰকত বৈ যায় সহস্ৰ ধাৰাৰে।
তৰুণীৰ চকুযুৰি চাকৈ চাকোৱা হৈ পান কৰে জোনৰ কিৰণ
ধন্য তেওঁ এনেহেন যৌৱনত যিটো জনে পীৰিতিত নহয় মগন।

(৩১)

উজ্জ্বল জোনৰ দৰে ধুনীয়া এখনি মুখ
পদুম কলিৰ দৰে চকুৰ চাৱনি,
ৰুণু জুনু বাজি থকা কঁকালৰ হেমহাৰ
বুকুৰ ভৰত হালে কঁকাল শুৱনি।
এনে ৰূপহীৰ মোহ নহলে সজ্জনে বাৰু
প্ৰাণৰ কাৰণে এৰি সন্মান নিজৰ
এই মিছা সংসাৰত অসৎ ৰজাৰ সেৱা
কৰি পাৰিবনে লব বোজা কলঙ্কৰ?

(৩২)

সাধনাতে মগ্ন হৈ সিদ্ধ যোগী থাকে য'ত
আছে তেনে গুহা পৰ্বতৰ,
শিৱৰ বাহন মহা বৃষভে ভাঙিছে য'ত
কান্ধ ঘঁহি গছ লতাবোৰ।
গঙ্গাই পৱিত্ৰ কৰা শিলক সাৱতি ধৰি
আছে পূত পদ হিমাদ্ৰিৰ,
এইবোৰ থাকোঁতেও কোন মনীষীনো হয়
মলিন-বদন নতশিৰ।
নাপায় যদিহে দেখা ভয়াতুৰ ভাবে চোৱা
চকিত হৰিণ শিশুটিৰ,
চকুৰ চাৱনি য'তে মদনৰ বাণ যেন
মনোহৰ ৰূপ তৰুণীৰ!

(৩৩)

সংসাৰ তোমাক তৰিবৰ পথ
নহয় বহুত দূৰ,
মাজত যদিহে নাথাকে নাৰীৰ
চকুযুৰি সুমধুৰ।

## পক্ষদ্বয় নিৰূপণ

(৩৪)

শিলেৰেই সেউজীয়া বাঁহৰ পাতৰ দৰে
কুশবোৰ কাটি গুৰিতেই,
বনৰীয়া হৰিণাক কুশৰ কোমল পাত
মৰমেৰে দিবা খাবলৈ।[১]
কিম্বা শক যুবতীৰ[২] গাল যেন বগা পান
ছিঙি ৰঙা নখৰ আগেৰে,[৩]
এখিলা তামোল পাণ ঠুৰিয়াই যতনেৰে
তৰুণীক দিবা মৰমেৰে।

(৩৫)

হওক অসাৰ আৰু শেষত অনৰ্থকৰ
সংসাৰৰ বিষয় সম্ভোগ,
দোষৰ ভঁৰাল বুলি এইবোৰ সকলোকে
কৰক সকলে পৰিত্যাগ।

---

১. পক্ষ দুটা হৈছে বৈৰাগ্য আৰু কামনা। কুশ কাটি হৰিণাক দিয়াটো আশ্ৰম জীৱনৰ পৰিচায়ক; ই বৈৰাগ্য সাধনৰ ইঙ্গিত দিছে। আনহাতে তৰুণীক তামোল-চালি দিয়া কথাটোত কামনাৰ ইঙ্গিত আছে। অভিজ্ঞান শকুন্তলাত থকা বিকল্প বিচাৰৰ (১/২২) লগত পক্ষদ্বয় নিৰূপণৰ মিল মন কৰিব লগীয়া।

২. শক যুবতীৰ উল্লেখৰ পৰা কবিৰ শতক ৰচনাকালৰ এটা ধাৰণা কৰিব পাৰি। কোনো পণ্ডিতৰ মতে ৰজা শালিবাহনৰ এটা নাম শক আৰু তেওঁৰ নামে শক বছৰৰ গণনা কৰা হয়। খ্ৰীষ্টীয় চনৰ ৭৮বছৰ পিছৰ পৰা শক আৰম্ভ হৈছে। বিক্ৰমাদিত্যই শকবিলাকক জয় কৰি শকাৰি নাম লৈছিল। এইজন বিক্ৰমাদিত্যৰ ৰাজত্বকাল কেতিয়া অথবা তেওঁ কোন এই সম্বন্ধে মতবিৰোধ আছে।

৩. ৰঙা নখ সুখী জীৱনৰ পৰিচায়ক। সামুদ্ৰিক বিদ্যাৰ মতে—

"পাণি পাদতলে ৰক্তে নেত্ৰান্তশ্চ নখস্তথা।
তালু জিহ্বাধৰোষ্ঠং চ সপ্তৰক্তঃ সুখী ভবেৎ ॥

লোকহিত সাধনাত বাদে এই পৃথিৱীত
অধিক পুণ্যৰ কাম নাই,
উৎপলনেত্ৰাৰ দৰে এই সংসাৰত আৰু
ৰমণীয় নাই পাবলৈ।

(৩৬)

পক্ষপাত নকৰিবা উচিত বিচাৰ কৰি
কোৱাচোন সঁচা কথা গিয়ানী সুধীৰ,
দুবিধ নিতম্ব আছে তাৰে সেব্য কোনবিধ
ভূধৰৰ[১] কিম্বা কাম-বিধুৰা নাৰীৰ?

(৩৭)

সপোনৰ দৰে এই দুদিনীয়া সংসাৰত পণ্ডিতৰ বাবে দুটি পথ,
এটাৰে কটায় কাল ব্ৰহ্মৰ পৰম জ্ঞান ৰসপান কৰি আনন্দত।
আনপথে মোহময়ী অঙ্গনাৰ দেহলতা মুগ্ধ হৈ কৰি আলিঙ্গন
জঘন বা ঘন স্তন মৰ্দ্দন পৰশ সুখ বিলাসত কটায় জীৱন।

(৩৮)

কলুষ হাৰিণী গঙ্গাৰ পাৰত
কিম্বা তৰুণীৰ হাৰে,
মনোহাৰী কৰা স্তনতেই ঘৰ
সাজিবা ৰং মনেৰে?

(৩৯)

কিয়নো মিছাতে যুক্তি বিহীন
প্ৰলাপকে আছা গাই,
পুৰুষৰ বাবে সদায় সেব্য
দুটাত বাহিৰে নাই।
এবিধ নতুন মদ্যপান কৰি,
স্তনৰ ভৰত ক্লান্ত,
নাৰীৰ যৌৱন, আৰু আনবিধ
বিজন বনৰ প্ৰান্ত।

---

১. নিতম্বৰ অৰ্থ দুটা—পৰ্বতৰ কাষ আৰু নাৰীৰ তপিনা।

(৪০)

সত্য কথা কওঁ শুনা নাই মোৰ পক্ষপাত এয়ে সত্য সাতোটি লোকৰ,
নিতম্বিনীৰ দৰে মোহনীয়া নাই আৰু নাই অন্য হেতু দুৰ্ভোগৰ।[১]

## কামিনী গৰ্হণ

(৪১)

উৎপল নয়না প্ৰিয়া শ্ৰোণীৰ ভৰত ক্লান্ত
সুগোল উত্তুঙ্গ পয়োধৰ,
সুচিকন চেলাউৰি মুখনি পদুম যেন
কোমল কথাৰে সুন্দৰ।
তিৰোতাক স্তুতি কৰে জ্ঞানী গুণী সকলেও
দেখি মুগ্ধ হয় নাচে মন,
মোহৰ কুফল চোৱা আচলতে নাৰীদেহ
ভিষ্টি[২] যেন অশুচি পৰম।

(৪২)

সুৰঁৰিলে হিয়া জ্বলে দেখা দি পাগল কৰে
পৰশত পাতে মায়া জাল,
তেনেকুৱা তৰুণীক কিয় যে দয়িতা বোলে
তেনে নাম নিদিয়াহে ভাল।

---

১. এইটো পক্ষদ্বয় নিৰূপণৰ শেষৰ শ্লোক। ব্যাসে ভাগৱতৰ শেষৰ শ্লোকত "সত্যং পৰংধীমহি" বুলি কোৱাৰ দৰে ভৰ্তৃহৰিয়েও "সত্য কথা কওঁ" (সত্যং বচ্‌মি) বুলি অধ্যায়টো শেষ কৰিছে। আগৰ খণ্ডত বিৰাগ আৰু কামনাৰ কথা কওঁতে তেওঁ বিৰাগত বেছি জোৰ দিছে। সেইবাবে বহুতে তেওঁক পক্ষপাত দোষত দোষী বুলি কব পাৰে। কিন্তু তেওঁ সত্যৰ দোহাই দি কৈছে যে ই পক্ষপাতিত্বৰ কথা নহয়, প্ৰকৃততে বৈৰাগ্যই সত্য, কামনা-বাসনা, ধন-ৰত্ন আদি সকলো মিছা।

২. ভিষ্টি = পানী কঢ়িয়াবলৈ গৰু বা ম'হৰ ছালৰ এবিধ মোনা।

(৪৩)

সুধাময়ী যেন লাগে যদি তাই
চকুৰ আগত থাকে,
দুচকুৰ আঁৰ হলেই কিন্তু
হলাহল যেন লাগে।

(৪৪)

অমৃত বা হলাহল কেৱল জানিবা যেন
নিতম্বেৰে শোভিতা সুন্দৰী,
সাৱতি ধৰিলে তেওঁ সঞ্জীৱনী সুখলতা
বিৰাগত বিষৰ বল্লৰী।

(৪৫)

সংশয়ৰ ঘূৰ্ণীপাক বিনয় বিহীন দেশ
সাহসৰ বিচিত্ৰ নগৰ,
দোষৰ অক্ষয় নিধি হেজাৰ কপটে ভৰা
তীৰ্থক্ষেত্ৰ বিশ্বাসভঙ্গৰ,
মুকুতিৰ অন্তৰায় আৰু নৰকৰ দ্বাৰ
মায়া আৰু মোহৰ ভাণ্ডাৰ
অমৃত-গৰলে ভৰা নাৰী কোনে সৰজিলে
মহাপাশ জীৱ জগতৰ?

(৪৬)

সঁচাকৈ জোন কাৰো মুখ হোৱা নাই আহি পদুমেও লোৱা নাই গুণ দুচকুৰ,
সোণেও সজোৱা নাই তৰুণীৰ দেহলতা কবিয়ে মিছাতে কয় কথা এইবোৰ।
ইয়াতে তৰুণজন প্ৰতাৰিত হৈ মাথো জানিও আচল কথা অবুজৰ দৰে,
অস্থি চৰ্ম মঙহৰ মৃগনয়নাৰ দেহা পূজা কৰে নানান কথাৰে।

(৪৭)

লাস্যময়ীয়ে ৰূপৰ বিলাস
উপজিয়ে লাভ কৰে,
মূৰুখৰ হিয়া ইয়েই নানান
ৰঙেৰে ৰঙীন কৰে।
ভাবে তাৰ বাবে সাজন কাচন
কৰিছে প্ৰাণৰ প্ৰিয়া,
পদুমৰ ৰং আৰু ভোমোৰাৰ
কথাটিও তেনেকুৱা।
প্ৰকৃতিয়ে দিছে পদুমক ৰং
নিজেই তুলিকা লৈ,
ভোমোৰাই তাত মিছাতেই পৰে
প্ৰেমত বলিয়া হৈ।

(৪৮)

পূৰ্ণিমাৰ জোনটিৰ জেউতিকো জয় কৰা
তৰুণীৰ ৰূপ মনোহৰ,
লাহী ৰূপহীৰ মুখ পদুম কলিটি যেন
আছে তাত মধু অধৰৰ।
পকিলে ৰসাল অতি গছৰ প্ৰথম ফল
পিছলৈ নহয় সিমান,
সিদৰে যৌৱন শেষ হলেই বিষৰ দৰে
নাৰী হয় দুখৰ কাৰণ।

(৪৯)

ত্ৰিবলীৰ ৰেখাবোৰ যেনিবা ঢউৰ দৰে
উঠন পুৰঠ স্তন দুটি
চক্ৰবাক নামে পখী যেন হৈ ভাঁহি থাকে
সাঁতুৰি পানীত যায় উটি।
পদুমী মুখৰ দৰে নদীৰ ধুনীয়া সোঁত
কিন্তু তললৈ ভয়ানক,
ডুবিবৰ ইচ্ছা যদি নাই ভৱ সাগৰত
নেযাবা নদীৰ ওচৰক।

(৫০)

কাৰোবাৰ সতে গোপনে গোপনে
মনৰ কথাটি পাতে,
নয়ন বাণেৰে কাকো জয় কৰে
ভ্ৰূভঙ্গ ভঙ্গিমাতে।
বুকুৰ আপোন বুলি চিন্তা কৰে
মনে মনে কাৰোবাৰ,
একমাত্ৰ প্ৰিয় পুৰুষ কোনোবা
আছে জানো তিৰোতাৰ?

(৫১)

দূৰলৈ যোৱা বন্ধু কুটিল মনৰ এই
তিৰোতাৰ নাচাপিবা কাষ,
কটাক্ষত জুই জ্বলে সাপৰ ফণাৰ দৰে
যুৱতীৰ ৰূপৰ বিলাস।
খুটিলে ইতৰ সাপে বেজ গিয়ানীয়ে কৰা
চিকিৎসাত বিষ দূৰ হয়,
চতুৰ নাৰীৰ প্ৰেম— কবলত পৰা যদি
বেজ বৈদ্য আঁতৰি পলায়।

(৫২)

মকৰ কেতন কামদেৱে যেন
মাছমৰীয়াটো হৈ,
ভৱ সাগৰত ৰমণী নামৰ
বৰশী দিয়ে পেলাই।
ওঁঠৰ কোমল মঙহ লুভীয়া
নৰে বৰশীত ধৰে
মাছ টানি আনি প্ৰেমৰ জুইত
কামদেৱে পাক কৰে।

(৫৩)

দুৰ্গম স্তনৰ গিৰি থকা নাৰী দেহাটিৰ
গভীৰ বনৰ মাজলৈ,
মন বাটৰুৱা হেৰ নাযাবি মদন তাত
চোৰৰ নিচিনা আছে বৈ।

(৫৪)

নীলা পদুমৰ দৰে চিকমিক বৰণৰ
সৰ্পিল গতিৰ তেজীয়ান,
বিষধৰ সাপে যদি খোটে মোক, সিও ভাল,
নয়নৰ নালাগে দংশন।
দেশে দেশে আছে বেজ প্ৰায়েই পুণ্যৰ বাবে
বিষ জাৰি দিয়ে ভাল দৰে,
সুন্দৰীৰ ক্ষণিকৰ কটাক্ষৰ জ্বালা কোন
বেজ বা দৰবে দূৰ কৰে?

(৫৫)

চকুৰ কাৰণে আছে নটীৰ নাচোন
কাণৰ কাৰণে আছে সুমধুৰ গান।
দেহৰ সৌৰভে দিব নাকক সুঘ্ৰাণ
জিভাই কৰিব নানা সুধা ৰস পান
ছালক ৰোমাঞ্চ দিব স্তনৰ পৰশে,
এইদৰে মোৰ হিত কৰাৰ মানসে।
ধূৰ্ত্ত পঞ্চ ইন্দ্ৰিয়ই পৰমাৰ্থ হৰি,
বঞ্চিত কৰিলে মোক লটিঘটি কৰি।

(৫৬)

মদনৰ ব্যাধি যদি হয় উপস্থিত
মন্ত্ৰ বা দৰবে কাম নকৰে কিঞ্চিৎ।
শান্তি পাঠে ব্যাধি নাশ কৰিব নোৱাৰে
ভ্ৰমত অকাম মাথো কৰে অঙ্গবোৰে।
মূৰ ঘূৰে বাৰে বাৰে মন ভাঙ্গি যায়
পাগল দৃষ্টিত চকু থাকে মেল খাই।

(৫৭)

বিবেকৰ কল্পলতা কটা কটাৰীৰ দৰে
বাৰাঙ্গনা তৰুণীৰ মন,
জানিবা ব্যাকুল তাই এমুঠি ধনৰ বাবে
ধুনীয়া দেহকো কৰে দান।
জন্মান্ধ হওক কিম্বা দুৰ্মুখ বা গাঁৱলীয়া
হওক অধম জাতিকুল,
বাৰ্দ্ধক্যৰ তাড়নাত হওক সকলো অঙ্গ
জীৰ্ণ আৰু শকতি নিৰ্মূল।
অথবা কুষ্ঠই যাৰ কৰিছে বিকল দেহ
তাকো দুটি টকাৰ কাৰণে,
যদি কোনো তিৰোতাই দেহ দান কৰি দিয়ে
সিজনীক ভাল পায় কোনে?

(৫৮)

গণিকা জনীয়ে হয় মদনৰ জুই আৰু
সৌন্দৰ্যই হয় তাৰ খৰি,
কামুক পুৰুষে গৈ ধন আৰু যৌৱনক
ঘিউ ৰূপে দিয়ে দান কৰি।

(৫৯)

চিপাহী বা চোৰ অথবা যিবোৰে
নাৰীকে বিচাৰি ফুৰে,
বেশ্যাসক্ত নট কামুক চেটকে[১]
যাক চুমে আদৰেৰে।
পিকদানী যেন বেশ্যাৰ মুখত
অভিজাত কোনোবাই,
মন থাকিলেও পাৰিবনে বাৰু
চুম্বন কৰিবলৈ?

---

১. চেটক : উপপতি বা উপনায়ক?

(৬০)

মুখত অমৃত কিন্তু বুকুত গৰল থাকে
তিৰোতাৰ এয়ে মূলধন,
অধৰ কৰিবা পান হাতৰ মুঠিৰে বুকু
কৰিবা কেবল নিষ্পেষণ।

## সুবিৰক্ত পদ্ধতি (ধন্য বৈৰাগ্য)

(৬১)

বহল দুচকু বগীতৰা যেন
কাণলৈ পৰে হালি,
বুকুখনি যেন জীয়া যৌৱনৰ
গৰ্ব্বত উঠে ফুলি।
খামুচীয়া পেট ত্ৰিবলী ৰেখাই
শোভা কৰে মনোহৰ,
ধন্য তেওঁ যাৰ ইবোৰ দেখিও
নহয় মনোবিকাৰ।

(৬২)

বালিকা, তোমাৰ এই লীলাৰ বিলাস কিয়
কিয় এই লাজুকীয়া মধুৰ চাৱনি,
অযথাই এইবোৰ নষ্ট কৰি আছা কিয়
ব্যৰ্থ শ্ৰম এৰি লোৱা এতিয়া জিৰণি।
আমাৰ যৌৱন গ'ল, মনৰো সলনি হ'ল
বনেই এতিয়া মাথো বাসনা মনৰ,
মায়া মোহ নাই আৰু জগতৰ সকলোকে
তৃণ যেন লাগে, যেন সকলো অসাৰ।

(৬৩)

এই মনোহাৰিণীয়ে মোৰ ফালে চাই থাকে
অভিপ্ৰায় নাজানো মনৰ,
তাইৰ দুচকুৱে নীল পদুম পাহিৰ যেন
চুৰ কৰি আনিছে পোহৰ।
ফুলৰ ধনুৰে বাণ মাৰি কাম দেৱতাই
জ্বৰ ঘামে মানুহক মাৰে,
সেই জ্বৰ শান্ত হ'ল মোহ নাই, তথাপিতো
বেচাৰীয়ে স্বভাব হলে নেৰে।

(৬৪)

কন্দৰ্প তুমিনো কিয় ধনুত টঙ্কাৰ মাৰি
হাতখন কৰা ভাগৰুৱা,
বৃথাই কোকিল তুমি কুউ কুউ কৈ কিয়
কোমল কোমল কথা কোৱা?
সুন্দৰী কিয়নো তুমি চতুৰ চঞ্চল মুগ্ধ
মধুৰ ভাবেৰে থাকা চাই
নাজানা নে চন্দ্ৰচূড় চৰণৰ ধ্যানতেই
চিত্ত মোৰ অৰ্পিত সদায়?

(৬৫)

মন যাৰ পৰস্পৰে প্ৰেমৰ সূতাৰে গঁথা বিৰহতো তেওঁলোক সদায় মিলিত,
যদিহে দুখন হিয়া বৈৰাগ্যত ভৰি উঠে, তেতিয়া সঙ্গতকৈ বিৰহ বাঞ্ছিত।

(৬৬)

(প্ৰবাসৰ শেষ হল ঘূৰি ঘৰলৈ
যাব নে নাযাব চিন্তা কৰিছে পান্থই)[১]
প্ৰিয়তমা যদি নাই ইহজগতত
গৈ কি কৰিম বুলি পথিকে মনত

১. ভাবাৰ্থ ঃ নতুন মেঘে প্ৰেয়সীৰ অন্তৰত প্ৰবাসী প্ৰিয়ৰ লগত পুনৰ্মিলনৰ কামনা জগাই তোলে; অথবা নতুন প্ৰেমাস্পদৰ চিন্তাই প্ৰবাসী প্ৰিয়ৰ স্মৃতি মচি পেলায়।

ভাবিলে, যদিহে আছে নিজ আনন্দত
তেতিয়াতো মই নাই প্ৰিয়াৰ হিয়াত।
এনেতে দেখিলে মালা নতুন মেঘৰ
পথিক আঁতৰি গল এৰি নিজ ঘৰ।

(৬৭)

পণ্ডিতসকল শুনা, তিৰোতাৰ সঙ্গসুখ নিমেষতে হয় থানবান,
পৰিহাৰ কৰা তাক, জ্ঞান, মৈত্ৰী কৰুণাকে নিজ ভাৰ্য্যা বুলি কৰা জ্ঞান।
চন্দ্ৰহাৰৰ মণি বাজি থকা নিতম্বৰ, ভাৰাক্ৰান্ত উত্তুঙ্গ স্তনৰ,
শৰণ লোৱাৰ দৰে বেয়া কাম একো নাই দুয়োবিধ নৰকৰ দ্বাৰ।

(৬৮)

যোগৰ অভ্যাস কৰি কৃচ্ছ্ৰ সাধনৰ দ্বাৰা
আত্মাত থাপনা কৰি মন,
অক্ষয় মৈত্ৰীৰ ভাব জগায় যি মহাজনে
ধন্য হয় তেওঁৰে জীৱন।
প্ৰিয়াৰ মধুৰ কথা নালাগে, তেওঁৰ নাই
অধৰ মধুৰ প্ৰয়োজন,
নালাগে কমল মুখ নিশ্বাসৰ মিঠা গোন্ধ
নালাগে স্তনৰ নিষ্পেষণ।

(৬৯)

মদনে সঞ্চাৰ কৰা আন্ধাৰৰ বাবে মই
হৈছিলোঁ অজ্ঞান যেতিয়া,
সমগ্ৰ বিশ্বক মই নাৰীময় দেখিছিলোঁ
সেই দিন আৰু নাইকিয়া।
যোগ্যতৰ বিবেকৰ কাজল লগাই মই
সমদৰ্শী কৰিলোঁ নয়ন,
এতিয়া দেখিছোঁ শুদ্ধ জ্ঞানৰ পোহৰ মাথোঁ
ব্ৰহ্মময় তিনিও ভুৱন।

# দুৰ্বিৰক্ত পদ্ধতি (চঞ্চল বৈৰাগ্য)

(৭০)

কৃতী মানুহৰো জ্ঞানৰ প্ৰদীপ
জ্বলে সেই ক্ষণলৈ,
মৃগ নয়নাই চঞ্চল চকুৰে
নাচায় যেতিয়ালৈ।

(৭১)

এনে একোজন আছে মুখে মুখে বেদ মন্ত্ৰ
মাতোঁতা পণ্ডিত সমাজত,
যি জনৰ নাৰীসঙ্গ ত্যাগৰ বচন বিনা
আন কথা নাথাকে মুখত।
পদুম কলিৰ দৰে মনোহৰ চকুদুটি
আৰু ৰঙা প্ৰবালৰ হাৰ,
অলঙ্কাৰ ৰূপে থকা নাৰীৰ নিতম্ব দেশ
ত্যাগৰ শকতি আছে কাৰ?

(৭২)

যুৱতীক নিন্দা কৰে পণ্ডিত সকলে,
কয়, স্বৰ্গলাভ হয় তপস্যা কৰিলে।
মিথ্যাবাদী তেওঁলোক—নিজৰ কথাতে
নিজে ঠগে, অপৰকো ঠগায় সততে।
তপস্যাৰ ফল হ'ব পাৰে স্বৰ্গবাস
কিন্তু তাতো অপ্সৰাৰ আছে লয়লাস।

(৭৩)

বলীয়া হাতীৰ মূৰ দুছেও কৰিব পৰা
বীৰ আছে ধীৰ বলবান,
পৰাক্ৰমী পশুৰাজ সিংহকো মাৰিব পাৰে
এনে বীৰো আছে শক্তিমান।

কিন্তু কওঁ সাহসেৰে সবলৰ সমুখত
জয় কৰি দৰ্প কন্দৰ্পৰ,
বীৰত্বৰ গৰৱেৰে থিয় হ'ব পৰা লোক
পৃথিৱীত নিচেই তাকৰ।

(৭৪)

দেখা যায় কোনো লোকে সত্যৰ পথত থাকে
আৰু কৰে ইন্দ্ৰিয় সংযম,
লাজ মান মানি চলে বিনয়ত নত হয়
তাৰো কিন্তু ঘটে ব্যতিক্ৰম,
লীলাময়ী ৰমণীৰ কাণলৈ বৈ পৰা
ধনু যেন বঙ্কিম ভুৰুৰ,
যেতিয়া বুকুত পৰে ধৈৰ্য্যভেদী দৃষ্টিবান
সুনীল সুন্দৰ দুচকুৰ।

(৭৫)

উন্মাদ প্ৰেমত যদি ৰূপহীয়ে
নিজে কৰে প্ৰেমদান,
বিধাতাৰো ধাতু উৰোঁ উৰোঁ কৰে
নকৰে বাধা বিধান।

(৭৬)

মহত্ত্ব পাণ্ডিত্য কিম্বা কৌলীন্য বিচাৰ-বোধ
থাকে মাত্ৰ সেই ক্ষণলৈ,
পঞ্চশৰৰ দুষ্ট অগ্নিয়ে যেতিয়ালৈ
অঙ্গবোৰ নিদিয়ে জ্বলাই।

(৭৭)

শাস্ত্ৰ বা নীতিৰ কথা গায় অনৰ্গল
জ্ঞানত বিদগ্ধ আছে পণ্ডিত সকল।
কিন্তু যোগ্যজন ব্ৰহ্ম-দেৱাদি লোকৰ
পোৱা টান সংসাৰত কৰিলে বিচাৰ।

কাৰণ ধুনীয়া নাৰী আছে বহু বৈ
নৰকপুৰীৰ দ্বাৰ খোলোঁ খোলোঁ কৈ।
সুন্দৰীৰ চেলাউৰি ইমান কুটিল
চাবিৰ নিচিনা খোলে নৰকৰ তলা।

(৭৮)

কুকুৰক চোৱা লেৰেলা-ছেৰেলা
কণা-খোৰা কাণছিগা
পেলু কটামাখি আৰু চিকৰাই
আগুৰি ধৰিছে গা।
ফাপৰে ধৰিছে তেজে পুঁজে ভৰা
সমান পেট কঁকাল,
নেজ কটা তাৰ খাবলৈ নাই
হাড়ত লাগিছে ছাল।
বুঢ়া ঢেকুৰাৰ ডিঙিত ওলোমে
ভগা কলহৰ কাণ,
তথাপিতো নেৰে কুকুৰণীজনী
মৰাকে মাৰে মদন।

(৭৯)

সকলো সম্পদ সুখ দিব পৰা তিৰোতায়ে
পুষ্প ধনু মদনৰ বল,
কিহবাৰ দুৰাশাত যিসকল বুদ্ধিহীনে
ত্যাগ কৰে তিৰোতাৰ দল।
কামদেৱে সিহঁতক অতিকে নিষ্ঠুৰ ভাবে
মাৰে কিম্বা কৰে দিগম্বৰ,
মুণ্ডিত বা কাপালিক কাৰোবাক পঞ্চশিখী
কাকো কৰে যতি জটাধৰ।

(৮০)

বিশ্বামিত্ৰ পৰাশৰ ঋষি সকলেও
বায়ু পানী গছ-লতা ভোজন কৰিও,

তিৰোতাৰ সুললিত দেখি পদ্মমুখ
হৈছিল মোহিত। তেন্তে ভোজনৰ সুখ
লভে যি সকলে মিঠা পৰমান্ন খাই
সুগন্ধি চাউলৰ ভাত ঘিউত মিলাই,
ইন্দ্ৰিয় নিগ্ৰহ যদি হয় সি সবৰ
ওপঙিব সাগৰত বিন্ধ্য গিৰিবৰ।

## ঋতু বৰ্ণনা

(৮১)

ফুলৰ সুগন্ধি ৰেণু উৰে বতাহত
গছে গছে কুমলীয়া ডাল কুঁহিপাত।
কুলিৰ কথাকে ভাবি প্ৰিয়া কোকিলাই
উগুল থুগুল মনে থাকে বাট চাই।
ইন্দুমুখী তৰুণীৰ বসন্ত কালত
ওলায় ঘামৰ বিন্দু ইন্দুবদনত।
মাধবী নামিলে এই ধুনীয়া ধৰাত
নহয় ৰসৰ ভাব কাৰ নো হিয়াত?

(৮২)

এয়েই বসন্ত কাল মলয় বতাহ আৰু
কেতেকীৰ মৌ-সনা মাত,
বিৰহীক কষ্ট দিয়ে যিদৰে অমৃতো হয়
বিষ যেন বিপদ কালত।

(৮৩)

ওচৰতে লাস্যময়ী প্ৰেমলীলা বিলাসিনী
চেনেহীৰ শৃঙ্গাৰ যতন,
কুলিৰ সুৱদী সুৰে কাণত বৰষে মৌ
মনোৰম নিকুঞ্জ বিতান।

ৰসৰ কবিতা ৰচা কবিৰ লগত বাস
শান্তিময় চন্দ্ৰৰ কিৰণ,
চ'তৰ বিচিত্ৰ নিশা কাৰ বাৰু হিয়া মন
আনন্দত নহয় মগন!

(৮৪)

মৰমৰ প্ৰিয়জন থাকে যদি বিদেশত ৰূপহীৰ হিয়া দগ্ধ হয় বিৰহত,
ধুনীয়া ফুলৰ থোপা জ্বলা জুই যেন লাগে হিয়াকে আহুতি দিয়ে বিৰহ অনলত।
উৎকণ্ঠাৰে কেতেকীয়ে আম গছলৈ চায় মলয় গিৰিৰ পৰা বতাহ ছাটিয়ে,
নতুন ফুলৰ ৰেণু আনি ধীৰে ধীৰে বৈ দুখৰ গধুৰ ভাৰ লঘু কৰি দিয়ে।

(৮৫)

প্ৰেমিক প্ৰিয়ৰ প্ৰতি প্ৰণয়িনী তৰুণীৰ
অন্তৰৰ মান অভিমান,
থাকি যায় চন্দনৰ সুবাসে মধুৰ কৰা
মলয়াই নুজুৰালে মন।

(৮৬)

আমোলমুলীয়া আমৰ মোলৰ
কেশৰৰ ৰেণুবোৰে,
চাৰিও দিশত সুবাস বিলায়
ভোমোৰাৰ জাক উৰে।
এই ভোমোৰাৰ মিঠা মৌজোলে
মতলীয়া কৰে মন,
বসন্তত কাৰ প্ৰেমৰ ভাবত
নভৰে অন্তৰ খন?

(৮৭)

সুপৱিত্ৰ চন্দনৰ প্ৰলেপে মধুৰ কৰা দেহলতা মৃগনয়নাৰ,
শীতল পানীয়ে জুৰ পেলোৱা শীতল ঘৰ ফুল আৰু জোনৰ পোহৰ
মৃদু মলয়াৰ বা বতৰৰ জাতি যুঁই প্ৰাসাদৰ চিকন মজিয়া,
বঢ়ায় প্ৰেমৰ ভাব মদনকো উদগায় গ্ৰীষ্ম কাল আহিব যেতিয়া।

(৮৮)

বিচনীৰ বা আৰু সুগন্ধি ফুলৰ মালা
ফুলৰেণু পানীৰ পুখুৰী,
বিমল মদিৰা আৰু কমল নয়না নাৰী
মদনৰ চন্দনৰ গুৰি।
পাতল ধুনীয়া সাজ ওপৰ মহল থকা
প্ৰাসাদৰ মজিয়া চিকন,
গৰমত এনেকুৱা সুখ লাভ কৰে মাথো
যিসকল অতি পুণ্যৱান।

(৮৯)

চূণকাম কৰা চকুচমকোৱা ঘৰ
শশধৰ চন্দ্ৰমাৰ নিৰ্মল পোহৰ।
প্ৰিয়াৰ কমলানন মলয় চন্দন
সুগন্ধি ফুলৰ মালা জয় কৰে মন।
ইয়াতেই মজি যায় বিষয় বিলাসী
নহয় চঞ্চল কিন্তু সজ্জন সন্ন্যাসী।

(৯০)

তৰুণীয়ে পিন্ধি ন' সাজপাৰ কামনা জগাই তোলে,
বৰষা আহিলে আমোলমোলোৱা নৱ মল্লিকা ফুলে।
বাৰিষাৰ মেঘ পানীৰেই ভৰা যেন পীন পয়োধৰ
তৰুণী দেহৰ উঠন বুকুও ৰহঘৰা হৰষৰ।

(৯১)

আকাশ ঢাকিছে মেঘে ধৰণী শুৱনী কৰি
ধৰিছে নতুন পাত তৰু তৃণবোৰে,
নৱ গিৰিমল্লিকাৰ আৰু কদমৰ ফুলে
সৌৰভ বিলাই দিশ আমোদিত কৰে।

ময়ূৰ চৰাই বোৰে কেকা কলৰৱ কৰি
বনভূমি ৰমণীয় কৰে বাৰিষাৰ,
মিলন বা বিৰহত সুখী কিম্বা অসুখীক
এইবোৰে কৰি তোলে আবেগ-কাতৰ।

(৯২)

ওপৰৰ ফালে আছে কলীয়া ডাৱৰ
কাষতে পৰ্বত য'ত নাচিছে ময়ূৰ,
ধৰণী ধুনীয়া কৰে কুঁহিপাত ফুলে
বিৰহী পথিকে বাৰু চায় কোন ফালে!

(৯৩)

আকাশত বিজুলীৰ ৰেখা খেলি যায়
কেতেকী গছৰ ফুলে সুবাস বিলায়।
গম্ভীৰ গাজনি মাৰে মেঘে আকাশত
ময়ূৰীয়ে কলৰৱ কৰে আনন্দত।
সম্ভোগৰ এনেকাল মধুনয়নাই
বিৰহৰ দিন ৰূপে দিব নে কটাই?

(৯৪)

বেজীও নচলে ৰাতি তেনেই আন্ধাৰ
আকাশত গৰজেৰে গাজে জলধৰ।
পানীৰ টোপাল পৰে হিৰ হিৰ কৈ
সোণপাহী বিজুলীয়ে চকু চমকায়।
ইয়ে পোহৰাই পথ অভিসাৰিকাৰ
হৰ্ষ বা বিষাদ বৃদ্ধি কৰে হৃদয়ৰ।

(৯৫)

বাৰিষাৰ বৰষুণ পৰে ধাৰাসাৰে
প্ৰিয়তমে ঘৰ এৰি যাবকে নোৱাৰে।
জাৰৰ কাৰণে গাত উঠিলে কঁপনি
গাঢ় ভাৱে আলিঙ্গন কৰে সুনয়নী।

বতাহো শীতল হয় পানীৰ কণাৰে
ধীৰে বৈ ৰমনৰ ক্লান্তি দূৰ কৰে।
ধন্য তেওঁলোক যাৰ ইদৰে দুৰ্দিন
প্ৰিয়া মিলনত হৈ পৰে শুভদিন।

(৯৬)

টোপনি নহল ৰাতি সম্ভোগৰ উদ্বেগত
ক্লান্ত শিথিল দেহমন,
প্ৰাসাদৰ মজিয়াত ৰমনে অলস কৰা
প্ৰিয়াক দিওঁতে চুম্বন।
নিৰ্জন নিবিড় নিশা পিয়াহ লাগিলে তাৰ
প্ৰেয়সীয়ে অস্থিৰ হাতেৰে,
ঢালি দিয়া পানী টুপি খাব পাৰে কোনে বাৰু
ভাগ্যহীন জনত বাহিৰে?

(৯৭)

হিম পৰা হেমন্তত কোঠালিৰ ভিতৰত
কামিনীৰ বুকুৰ মাজত,
বিচিত্ৰ ৰতিৰ ক্লান্তি ভোগ কৰে ঘঁহি লয়
কাশ্মিৰী কুংকুম শৰীৰত।
ৰমক জমক সাজ পিন্ধে আৰু ঘিউ দৈ
গাখীৰেৰে তুষ্ট কৰে মন,
তামোল পাণেৰে মুখ ৰঞ্জিত যি পুৰুষৰ
ধন্য তেওঁ সাৰ্থক জীৱন।

(৯৮)

ফুলি থকা প্ৰিয়ঙ্গুৰ মাধুৰ্য্য সাবটি লৈ
কুন্দ ফুল ফুলিব যেতিয়া,
চোতালতে পাৰিজাত চেঁচা বতাহতে নাচে
তাকে দেখি ভোমোৰা বলিয়া।
মৃগনয়নাই যাৰ ক্ষণৰ বাবেও শীত
নুগুচায় কণ্ঠলগ্না হৈ,

যমৰ যাতনা দিয়া নিয়ৰে সেমেকা কৰা
তাৰ বাবে ৰাতি নুপুৱায়।

(৯৯)

শীতৰ বতাহ ছাটি আহি তৰুণীৰ যেন
চুমাৰে ভৰাই দিয়ে গাল,
সোঁ সোঁ শব্দ কৰে আৰু উৰুৱাই নিয়ে
কপালৰ শুৱনি কুন্তল।
বুকুৰ আঁচলখনি আঁতৰাই দেখুৱায়
পুলক জগোৱা বুকুখন
উৰুত কঁপনি তোলে সুলকি পৰিব খোজে
নিতম্বৰ মিহি আৱৰণ।
সেয়েহে শীতৰ বা' কামুক চৰিত্ৰ তাৰ
নিয়ৰৰ কণা কঢ়িয়াই,
কামাতুৰা ৰমণীৰ লগতেই খেলা তাৰ
নিজে হাঁহে কান্তাক কঁপায়।

(১০০)

চুলি উৰুৱাই দিয়ে খোপাটিকে সোলোকাই
নিমীলিত কৰে দুনয়ন,
দেহত কঁপনি তোলে জোৰ কৰি উৰুৱাই
লৈ যায় দেহৰ বসন।
ৰোমাঞ্চত নোমবোৰ থিয় হয় ঘনে ঘনে
কঁপনিতে দাঁতে ওঁঠ কাটে
কুট্ কুট কৰি দিলে হাঁহি ৰমণীয়ে যেন
নালাগে নালাগে বুলি মাতে।
হেমন্তৰ বতাহেও হিমৰ কণিকা সানি
তৰুণীক কৰি আনমনা
কান্তাক কান্তৰ দৰে সম্ভোগৰ কামনাৰে
প্ৰেম ৰস যাচে মৌ সনা।

# বৈৰাগ্য শতক

## তৃষ্ণা দূষণ

(১)

শিৰৰ ভূষণ যাৰ সুচাৰু চন্দ্ৰৰ কলা
শিখাৰ নিচিনা শোভা কৰে,
যাৰ ভাব লীলাতেই চঞ্চল মদন গৈ
দগ্ধ হয় পতঙ্গৰ দৰে,
প্ৰেয়সৰ কল্পনাত প্ৰথমে যি দেৱতাৰ
প্ৰতিভাত ৰূপ মনোহৰ,
হৃদয় বিকল কৰা মোহময় তিমিৰৰ
যিয়ে নাশ কৰে গুৰুভাৰ।
সেই জ্ঞান বিজ্ঞানৰ হওক প্ৰদীপ যেন
মহাদেৱ শাশ্বত সুন্দৰ
সকলো যোগীৰ হৃদি মন্দিৰ পবিত্ৰ কৰি
বিৰাজ কৰক নিৰন্তৰ।

(২)

বিপদ সঙ্কুল ঘোৰ ঘূৰিলোঁ দুৰ্গম পথ
নাপালোঁ বাঞ্ছিত একো ফল,
জাতি কুল যোগ্য মান সকলোকে এৰি থৈ
সেৱা ধৰ্ম কৰিলোঁ নিষ্ফল।
আনৰ ঘৰত গৈ কাউৰীৰ নিচিনা খালোঁ
ভয়ে ভয়ে সন্মান পাহৰি,
পাপৰ মূৰতি যেন তৃষ্ণা তুমি আজিলৈ
নাপালা সন্তোষ, গ'লা বাঢ়ি।

(৩)

ধনৰ কাৰণে বসুধাৰ বুকু
বিচাৰি খুচৰি খান্দিলোঁ,

পাহাৰৰ শিল গোটাই গলাই
মণিমৰকত বিচাৰিলোঁ!
নদীৰ গৰাকী সাগৰ তৰিলোঁ
যতনে ৰজাক তুষিলোঁ,
তন্ত্র মন্ত্রৰ কত সাধনাৰে
শ্মশানত ৰাতি খপিলোঁ।
নাপালোঁ কিন্তু ফুটা কড়ি এটি
যদিও ইমান কৰিছোঁ,
এতিয়া তৃষ্ণা এৰা তুমি মোক
কাতৰে তোমাক খাটিছোঁ।
অসাধুৰ মন যোগাবৰ বাবে
কিমান কথা যে সহিলোঁ,
বুকুৰ কান্দোন শূন্য মনেৰে
ৰোধ কৰি কত হাহিলোঁ।
ধনৰ বলত বলিয়া জনকো
হাতযোৰ কৰি মাতিছোঁ,
এতিয়াও মোক হে আশা নিৰাশা
নচুওৱা কিয় সুধিছোঁ।

(৫)

পদুম পাতৰ পানীৰ নিচিনা
পৰাণৰ কাৰণেই,
বিবেকৰ বাণী দলিয়াই দিছা
আৰু যে কি কৰা নাই!
ধনৰ বলত মন মতলীয়া
ধনীক খাটিছা গৈ,
নিলাজৰ দৰে নিজকে শলাগি
মিছাতেই আছা বৈ।

(৬)

ক্ষমাৰ বুদ্ধিৰে কাকো সহ্য কৰা নাই
তুষ্ট চিত্তে গৃহ সুখো ত্যাগ কৰা নাই।

জাৰ জহ ধুমুহাৰ বেদনা অশেষ
সহিছোঁ নসহাকৈ তপস্যাৰ ক্লেশ।
ধনৰ কথাকে ভাবি আছোঁ সৰ্বদায়
অন্তৰত শিৱপদ ধ্যান কৰা নাই।
মুনিয়ে যি কৰে তাকে কৰিছোঁ পালন,
ফলবোৰে কিন্তু মোক কৰিছে বৰ্জন।

(৭)

বিষয়েতো ভোগ নোভোগে, মইহে
বিষয়ৰ দুখ ভুগিলোঁ,
সন্তাপ নাপায় তপস্যাই, মই
শোক সন্তাপত মৰিলোঁ।
উটি তো নাযায় কাল, মই মাথোঁ
কালৰ সোঁতত উটিলোঁ,
বাসনা জীৰ্ণ নহ'ল, মইহে
জৰাজীৰ্ণ হৈ পৰিলোঁ।

(৮)

পকা চুলিবোৰে মোৰ শুকুলা কৰিলে মূৰ
ৰেখাবোৰে কৰিলেহি মুখ আক্ৰমণ,
শৰীৰৰ অঙ্গবোৰ পৰিল শিথিল হৈ
অকল তৃষ্ণাহে মাথোঁ হৈছে তৰুণ।

(৯)

ভোগৰ বাসনা নাই মহামানী পৌৰুষৰ অভিমানো পাহৰিলোঁ মই,
প্ৰাণৰ সমান প্ৰিয় সমনীয়া বন্ধুবোৰো স্বৰ্গী হ'ল এটা এটা কৈ।
হাতত লাখুটি লৈ লাহে লাহে থিয় দিওঁ চলিহা পৰিল দুচকুত
অবুজ শৰীৰে হলে মৰিম মৰিম বুলি কঁপি উঠে অজান ভয়ত।

(১০)

আশাৰ নদীত তৃষ্ণাই তৰঙ্গ
মন পাঙনিয়ে[১] পানী,
মোহ মমতাই তুলি আছে তাত
চাকনৈয়া আথাউনি।
চিন্তাই হৈছে ওখ দুই পাৰ
ৰাগে হয় ঘৰিয়াল,
চৰাইৰ দৰে চৰি থাকে তাত
তৰ্ক আৰু খৰিয়াল।
ধৈৰ্য্যৰ বিৰিখ উটুৱাই ভাঙে
গৰা খহনীয়া বোৰে,
নদী পাৰ হৈ থাকে ৰং মনে
শুদ্ধ চিত্ত যোগীবৰে।

## বিষয় পৰিত্যাগ—বিড়ম্বনা

(১১)

সংসাৰৰ বিধিমতে কৰা কামবিলাকত
কল্যাণৰ নাপাওঁ সন্ধান।
পুণ্যৰ ফলত পোৱা বিষয়ৰ কথা ভাবি
ভয়ত সিঞৰি উঠে মন।
মহৎ পুণ্যৰ ফল স্বৰূপে বিষয়ভোগ
কৰি আছোঁ আমি সৰ্বদায়,
বিষয়ীক দুখভোগ দিবৰ কাৰণে মাথোঁ
বিষয় বাসনা বাঢ়ি যায়।

(১২)

বহুকাল ভোগ কৰা বিষয়েও মানুহক
ত্যাগ কৰে অৱশ্যে এদিন,

১. পাঙনি ঃ সংকল্প, অভিলাষ।

মানুহে নিজেই কিয় নকৰে ভোগৰ ত্যাগ
দুয়োবিধ ত্যাগ জানো ভিন?
সম্ভোগে যেতিয়া নিজে ত্যাগ কৰে বিষয়ীক
সন্তাপত দহি যায় মন,
আপোন ইচ্ছাতে কৰা ত্যাগৰ ফলত পায়
সুখ আৰু শান্তি অনুপম।

(১৩)

ব্ৰহ্মজ্ঞানী শুদ্ধমনা বিবেকী সকলে দেখোঁ
কৰে কাম অতি সুকঠিন,
ভোগ্য ভোগ আৰু ধন নিতান্ত নিস্পৃহভাবে
হেলাৰঙে কৰে বিসৰ্জন।
আগতেও পোৱা নাই সম্প্ৰতি পোৱাও টান
পিছত পাবৰো আশা নাই,
তেনেকুৱা সম্পদকো পোৱাৰ কথাকে ভাবোঁ
তিয়াগৰ শকতি হেৰাই।

(১৪)

যোগীয়ে গুহাত বহি কৰোঁতে জ্যোতিৰ ধ্যান
আনন্দত চকুপানী বয়,
নিৰ্ভয়ে চৰাইবোৰে যোগীৰ কোলাত বহি
অশ্ৰুজল পান কৰি যায়।
ধন্য তেওঁ কিন্তু আমি প্ৰাসাদ বা সৰোবৰ
খেলা-ধূলা মণ্ডপ কানন,
মনেৰে ৰচনা কৰি ভাঙি পাতি থাকোঁতেই
জীৱনৰ হয় অৱসান।

(১৫)

ভিক্ষা কৰি শুদা ভাত খাওঁ একোবাৰ
মাটিয়েই শোৱাপাটী, দেহাই চাকৰ।
তাপলিৰে ছিৰা কঁঠা খনেই কাপোৰ,
বিষয়ে তথাপি হায় নেৰে মন মোৰ।

(১৬)

স্নায়ু মঙহৰ স্তনক কবিয়ে
সোণৰ কলসী বুলি কয়,
লালটিৰ ভৰা মুখৰো তুলনা
চন্দ্ৰৰ লগতে হয়।
ঘাম পেছাবেৰে তিতা শ্ৰোণিদেশ
হাতীৰ শিৰ বা শুড়,
কবিয়ে কৰিছে নিন্দনীয়কো
বিনন্দীয়া সুমধুৰ।

(১৭)

প্ৰেয়সীৰ আধাদেহ হৰণ কৰোঁতা হৰ
অনন্য প্ৰেমিক পঞ্চানন,
তথাপি সন্ন্যাসী তেওঁ অনাসক্ত ললনাত
কোনো নাই শিৱৰ সমান।
সাপৰ গৰল যেন মদনৰ তীব্ৰ বাণ
বিদ্ধ হৈ মানুহ মোহিত,
বিষয় ভোগত কিম্বা ত্যাগত অক্ষম হয়
কামনাই কৰে বিড়ম্বিত।

(১৮)

পোৰাৰ বেদনা নাজানি ফৰিঙে
জ্বলা জুইত আহি পৰে,
বৰশীৰ ফান্দ নাজানি মাছেও
মঙ্গহত খোট মাৰে।
বিপদ বিঘিনি জানো সকলোকে
কিন্তু তথাপি হায়,
কামনাবিলাক নেৰোঁ কদাপিতো
মোহ যে মহিমাময়।

(১৯)

সুমধুৰ চেঁচাপানী খায় পিয়াহত
পায়স পৰমান্ন খায় পেটৰ ভোকত।
ভাৰ্য্যাক সাবটে জোৰে মদনে দহিলে
এইবোৰ কৰি ভাল লাগে, সুখ মিলে।
এফালে ই দেহাটোৰে কৰি সুখাশ্রয়
আনফালে মনলৈ আনে বিপৰ্য্যয়।

(২০)

অপাৰ সম্পদ, উচ্চ প্রাসাদ সুন্দৰ,
সন্তান সকলে পায় সাধুৰ আদৰ।
পত্নী প্রিয়তমা, আৰু বয়স নবীন,
বিশ্বক শাশ্বত বুলি ভাবি জ্ঞানহীন।
সংসাৰ কাৰাত পৰে; পুণ্যবানে হলে
নশ্বৰ সংসাৰ মায়া এৰে অৱহেলে।

## যাঞ্চা-দৈন্য-দূষণ

(২১)

মলিন বিৱৰ্ণ মুখে কান্দি কান্দি কেচুঁৱাই
ওলোমে মাকৰ ধৰি জীৰ্ণ আঁচলত,
ভোকতে শুকাই যোৱা দীন হীন গৃহিণীক
নাপায় যদিহে দেখা নিজৰ ঘৰত,
মাগিব পাৰেনে কোনো জ্ঞানী আৰু মানীজনে
ভোকত নিজৰ পেট যায়ো যদি জ্বলি,
বিমুখ হোৱাৰ ভয় আছে কিন্তু তথাপিতো
পাৰিবনে কান্দি কব ভিক্ষা দিয়া বুলি?

(২২)

পেট নামে পেটাৰীটো পূৰোৱা অতিকে টান
পেটে মাথো দিয়ে দুখ কষ্ট,

অভিমানী সকলৰ মান আৰু সম্ভ্ৰমৰ
গাঁঠিবোৰ ভাঙি কৰে নষ্ট।
পদুমক চন্দ্ৰমাই নিষ্প্ৰভ কৰাৰ দৰে
পেটে সদ্‌গুণবোৰ মাৰে।
লাজ লাজ কৰি ফুলা জকমক লতাৰ কুঞ্জ
কাটি দিয়ে উদৰ কুঠাৰে।

(২৩)

ভাল গাঁও কিম্বা গহীন বনকো
যাবা ভিক্ষা পাত্ৰ লৈ,
শুকুলা কাপোৰে আৱৰি শৰীৰ
ভোকত আতুৰ হৈ।
শুদ্ধ বিপ্ৰৰ হোমৰ ধোঁৱাৰে
ধুৰঁলি-কুঁৰলি কৰা
পদূলি সোমাই ভাত খাবা গৈ
খুজি গৃহস্থৰ পৰা।
মানীয়ে প্ৰাণৰ কাৰণে কৰিব
এনে কামো কদাচিৎ,
কিন্তু সমানৰ আগত কদাপি
হীন হোৱা অনুচিত।

(২৪)

গঙ্গাৰ পৱিত্ৰ জল কণাই শীতল কৰা
আৰু বিদ্যাধৰ বাস কৰা শিলাতল,
হিমাদ্ৰিৰ তীৰ্থবোৰ লুপ্ত হৈ গ'ল জানো
মান এৰি পৰান্নত মানুহ পাগল!

(২৫)

গুহাৰ গছৰ মূল অথবা পাহাৰী জুৰি
প্ৰলয়ত জানো শেষ হ'ল,
অথবা বাকলি আৰু ৰসাল ফলৰ গছ
ডালে সতে ভাঙি পৰি গল?

নহলে মানুহবোৰে প্ৰশ্ৰয় বিমুখ সেই
দুৰ্জনৰ ফালে কিয় চায়,
এমুঠি পাপৰ ধন থকাৰ গৰৱে যাৰ
চেলাউৰিযোৰ নচুৱায় ?

(২৬)

এতিয়া বনৰ পবিত্ৰ সুন্দৰ
ফলমূল বিলাকেৰে,
প্ৰণয়ৰ ভাব অন্তৰৰ পৰা
গঢ়ি লোৱা হৰষেৰে।
মাটিতে কোমল পাতেৰে ধুনীয়া
সজোৱা শয্যা খন,
উঠা বনলৈ যাওঁ নাই তাত
নীচ অবিবেকী জন।
বিত্ত ব্যাধিৰ বিকাৰৰ বাবে
ভুল বকা মূৰুখৰ,
অথবা ধনীৰ নাম অৰণ্যত
নহয় শ্ৰুতিগোচৰ।

(২৭)

বিচাৰিলে সহজতে সকলো বনতে পায়
গছে গছে নানা পকা ফল,
সকলো ঠাইতে আছে পুণ্যতোয়া নদীবোৰ
আছে তাত পানী সুশীতল।
কোমল লতাৰ পাত বিচাৰি ৰচনা কৰি
লব পাৰি শয্যা সুকোমল,
তথাপি কৃপণবোৰে ধনীৰ ঘৰত কিয়
সহ্য কৰে সন্তাপ কেৱল ?

(২৮)

ধন কুবেৰক খুজি কোনোবাই
দীনতাৰ দুখ পায়,

কোনেও আকউ বিষয়ৰ বাবে
হীন কাম কৰি যায়।
ধ্যানৰ অন্তত বহি বহি মই
গুহাৰ শিলাসনত,
মনে মনে হাঁহি সিহঁতৰে দিন
সুঁৱৰিম অন্তৰত।

(২৯)

নিৰন্তৰ যাৰ প্ৰফুল্ল অন্তৰ
পৰম প্ৰসন্ন মন,
আনন্দ তেওঁৰ নহয় ক্ষুণ্ণ
সুখত থাকে মগন।
অন্য কোনোজনে ধনকে গণ্য
কৰে পৰম্পদ বুলি,
মনৰ বাসনা আঁতৰি নাযায়
খায় হিয়া খুলি খুলি।
বিধাতাই কাৰ কাৰণে কৰিলে
অফুৰন্ত সম্পদৰ,
সোণ মহিমাৰে দীপ্ত মেৰুগিৰি
তাত নাই মন মোৰ।

(৩০)

ভিক্ষাই পৰম যজ্ঞ বুলি কয় যোগীবৰে
ভিক্ষাব্ৰতী শিৱ সৰ্বদায়,
দীনতাৰ ভাব এৰি নিৰ্ভয় মনেৰে কৰা
ভিক্ষাই সুখৰ হেতু হয়।
হিংসা দুখ অভিমান সকলোকে দূৰ কৰে
ভিক্ষা কৰা যায় সকলোতে,
সদায় কৰিব পৰা সহজ সুলভ কাম
প্ৰিয় কৰ্ম সাধুৰ সততে।

অন্তৰ বিশুদ্ধ কৰে অহঙ্কাৰ নাশ কৰি
অবিনাশী ফল কৰে দান,
খুজিলেই পোৱা যায় বাধা দিওঁতাও নাই
ভিক্ষান্নই সন্ন্যাসীৰ প্ৰাণ।

## ভোগাস্থৈৰ্য্য বৰ্ণনা

(৩১)

ভোগৰ মাজত থাকে ৰোগৰ সংশয়,
কুলীনে ভয়তে মৰে জানো জাতি যায়।
ধনীৰ মনত ভয় নৰপতিলৈ
দৈন্যৰ ভয়ত মানী থাকে ভীত হৈ।
বল থাকিলেই ভয় শত্ৰুৰ কাৰণে,
বাৰ্দ্ধক্যক ভয় কৰে ৰূপবান জনে।
শাস্ত্ৰবিদ জনে ভয় কৰে পৰাজয়
গুণীয়ে খলক ভয় কৰে সৰ্বদায়।
সুন্দৰ শৰীৰ হলে ভয় মৰণক
এইদৰে জগতৰ সবে ভয়ানক।
ভয়াবহ সংসাৰৰ মাজত কেৱল
ভয়াবহ বৈৰাগ্যই মাথোন সম্বল।

(৩২)

জনম জীৱন এই দুয়োটাৰে মৰণতে পৰে ওৰ,
উজ্জ্বল যৌৱন তাকো বাৰ্দ্ধক্যই সদায় কৰে কাতৰ।
মনৰ সন্তোষ আছে যদি সিও ধনৰ লোভত মৰে,
সংযমৰ সুখ তাকো হৰি নিয়ে ৰমণীয়ে ছলনাৰে।
হিংসুক জনৰ কবলত পৰি গুণ যায় ৰসাতলে,
অৰণ্য যিদৰে ছেদেলি ভেদেলি কৰে মাতঙ্গৰ দলে।
নৃপতিক নাশ কৰে দুষ্টজনে অধীৰে হেৰায় বিত,
কোনো বস্তু নাই যাক কিহবাই কৰা নাই কবলিত।

(৩৩)

শোক দুখ ৰোগ আদি শতেক দুৰ্য্যোগ আহি
নিৰোগীৰ হৰে সুখাবেশ,
ঐশ্বৰ্যৰ লীলা য'ত তাতেই দুৱাৰ ভাঙি
সঙ্কটৰো হয় সমাৱেশ।
কৃতকৰ্ম অনুসাৰে জনমি জনমি জীৱে
মৰণৰ পৰে কবলত,
নিৰঙ্কুশ বিধাতাই সৰজিছে জানো কিবা
সুস্থিৰ স্বৰূপে জগতত?

(৩৪)

উত্তাল তৰঙ্গ ভাঙি তৰল হোৱাৰ দৰে
অন্ত হয় ভোগ আৰু প্ৰাণ,
দুদিনতে শেষ হয় প্ৰিয়াৰ লগত পোৱা
যৌৱন সুখৰ অৱসান।
কুশলতা সহকাৰে লোকৰ হিতৰ কাম
খোজা যদি কৰিব নিতান্ত,
সংসাৰ অসাৰ জানি মনক সংযত কৰি
হোৱা যোগ সমাধিত শান্ত।

(৩৫)

মেঘত জিলিকি উঠা বিজুলী ৰেখাৰ দৰে
চঞ্চল সম্ভোগ বিষয়ৰ,
নশ্বৰ আয়ুস কাল বতাহে কঁপাই তোলা
পানী যেন পদুম পাতৰ।
দেহীৰ যৌৱন আৰু লালসা বাসনাবোৰ
সকলো তেনেই দুদিনীয়া,
ধৈৰ্য্য আৰু যতনেৰে যোগৰ সাধনা কৰি
ব্ৰহ্ম সমাধিত মন দিয়া।

(৩৬)

বোৱতী সুঁতিৰ দৰে অস্থিৰ আয়ুস কাল
কেটামান দিনৰ যৌৱন,
মনৰ ভাবৰ দৰে আহে আৰু গুচি যায়
ধন ৰত্ন দেখিছা যিমান।
মেঘত চমকি উঠা বিজুলী ৰেখাৰ দৰে
জিলিকে ভোগৰ চমকনি,
ডিঙিত সাৱটি ধৰি আলিঙ্গন দিবলৈ
নাপাবা সদায় প্ৰণয়িনী।
ভব ভয় জলধিৰ পাৰ পাব খোজা যদি
আন চিন্তা কৰা পৰিহাৰ,
ব্ৰহ্মকে নিবিড় ভাবে চিন্তা কৰা হৃদয়ত
পৰম ব্ৰহ্মই মাথোঁ সাৰ।

(৩৭)

কোঁচমোচ খাই অশুচি গৰ্ভত
আছিলা কষ্ট কৰি,
প্ৰিয়া বিৰহৰ দুখে যৌৱনত
ভোগ সুখ নিয়ে হৰি।
ৰূপহী নাৰীৰ ঘৃণা উপহাসে
বিষায় বুঢ়াৰ মন
কোৱাচোন মোক জগতত সুখ
আছে জানো তিলমান!

(৩৮)

বাঘিনীৰ দৰে আছে বৃদ্ধকাল অতি ভয়ঙ্কৰ
শত্ৰুৰ নিচিনা ৰোগে শৰীৰকো ভুঞ্জায় নিকাৰ।
শেষ হয় আয়ুকাল পানী যেন ফুটা কলহৰ
আশ্চৰ্য্য! তথাপি লোকে অইনৰ কৰে অপকাৰ।

(৩৯)

ভোগৰ বিষয়বোৰ সততে ভঙ্গুৰ
ইয়াৰেই কিন্তু এই বিশ্ব ভৰপূৰ
কিহৰ কাৰণে তেন্তে ঘূৰিছা কেৱল
ভোগ ভুঞ্জি জীৱনক কৰিছা বিফল?
মোৰ কথা শুনা যদি ছিঙি আশা পাশ
বাসনাৰ বন্ধনৰো সাধি সৰ্বনাশ।
সমাধিৰে শুদ্ধ কৰা চিত্তৰ বিকাৰ
ধ্যান কৰা সত্য আৰু শাশ্বত ব্ৰহ্মাৰ।

(৪০)

য'ত স্থিতি লাভ হ'লে তৃণ যেন ভাব হয়
ব্ৰহ্মা ইন্দ্ৰ দেৱতা সকল,
যিহৰ সোৱাদ পালে শুকান শুকান লাগে
ত্ৰৈলোক্যৰ সম্পদ বিশাল।
সেয়েই পৰম ব্ৰহ্ম একান্ত ভোগৰ স্থান
বিৰাজিত নিত্য অনুপম,
হেৰা সাধু ক্ষণিকৰ অনিত্য ভোগৰ বাবে
লুভীয়া তোমাৰ কিয় মন?

## কাল মহিমানু বৰ্ণনা

(৪১)

সুৰম্য নগৰ ৰজাও মহান
সভা সামন্তেৰে ভৰা,
জ্ঞান গৰিমাৰে পণ্ডিত সকল
নুগুচে কাষৰ পৰা।
চন্দ্ৰ বদনা ৰমণীয়ে য'ত
ৰাজপুৰী শোভা কৰে,
উদ্ধত আৰু চৰিত্ৰ বিহীন
কোঁৱৰে ফিতাহি মাৰে।

বন্দী বিলাকে স্তুতি গান গায়
ৰাজ গুণ গৰিমাৰ,
এই সব বশ কালৰ হাতত
কালক নমস্কাৰ।

(৪২)

যিখন ঘৰত বহুতো আছিল
এতিয়া আছে এজন,
কোনো সময়ত এজনৰ ঠাই
বহুতে কৰে গ্ৰহণ।
তাৰ পিছতেই সদৌ শেষত
এজনো নোহোৱা হয়,
নিপুণ কালৰ এনুৱা পাশাৰ
দেখিবা খেল সদায়।
সংসাৰ যেনিবা কালৰ কাৰণে
ধুনীয়া এখন ঢাল,
দিন ৰাতিকেই পাশা কৰি লৈ
মানুহেৰে দিয়ে চাল।

(৪৩)

সূৰুয নিতৌ আহে আৰু অস্ত যায়
দিনে দিনে মানুহৰো আয়ু হয় ক্ষয়
বহু গুৰুভাৰ লওঁ নানান কামৰ
কালক পাহৰি যাওঁ নাই কাণসাৰ।
জনম মৰণ জৰা আপদ বিপদ
দেখিছোঁ, তথাপি ভয় নোপজে মনত।
মোহময় প্ৰমাদৰ সুৰা পান কৰি
পৃথিবী পাগলী হ'ল কালক পাহৰি।

(৪৪)

দিন ৰাতি আহে যায় একেই ধৰণে
নিভৃতে প্ৰাৰব্ধ কাম কৰি যতমানে।

অতীতকে পুনৰায় লিড়িকি বিদাৰি
নকৰা কামক এৰি কৰাকেই কৰি।
থাকোঁতে ই জগতৰ নীতি নিয়মেৰে
জীৱন উপচি পৰে দুখ যাতনাৰে।
তথাপিতো, হায়, আমি মোহৰ কাৰণে
লজ্জিত নহওঁ কিয় থাকোঁ মনে মনে?

(৪৫)

সংসাৰ চক্ৰৰ পৰা মুক্তি পাবলৈ মই
নকৰিলোঁ বিধিমতে ধ্যান ঈশ্বৰৰ,
স্বৰ্গৰ দুৱাৰখনি খোলাৰ ক্ষমতা থকা
নাই বল উপাৰ্জিত ধৰম পুণ্যৰ।
ৰমণীৰ মোহনীয় উৰু পীন-পয়োধৰ
কৰা নাই আলিঙ্গন সপোনতো মই,
জননীৰ যৌৱনৰ আনন্দৰ কাননকে
কুঠাৰ কেৱল হলোঁ কাটি দিবলৈ।

(৪৬)

প্ৰতিবাদীবোৰ দমিবৰ বাবে বিনয়ীক শোভা কৰা,
বিদ্যাৰ অভ্যাস নকৰিলোঁ মই বেদ বেদাঙ্গৰ পৰা।
হাতীৰ মূৰকো চূৰমাৰ কৰা শাণিত কৃপান লৈ,
আকাশ লঙঘা বীৰত্বৰ যশ লাভ নকৰিলোঁ মই।
জোনাকৰ ৰাতি প্ৰিয়াৰ ওঁঠৰ কৰা নাই মধু পান
শূন্য ঘৰৰ চাকি যেন মোৰ অৰ্থহীন যৌৱন।

(৪৭)

সন্দেহ ভঞ্জন কৰি বিদ্যালাভ নকৰিলোঁ
ধনো নকৰিলোঁ উপাৰ্জন,
প্ৰসন্ন চিত্তেৰে মই পিতৃক শুশ্ৰষা কৰি
নকৰিলোঁ সন্তোষ সাধন।
সপোনতো কেতিয়াও আলিঙ্গন কৰা নাই
সুন্দৰীক প্ৰিয়া বুলি কৈ,

পৰান্নত লোভাতুৰ ৰ নিচিনাকৈ
মিছাতে কটালোঁ কা

(৪৮)

যাৰ পৰা উপজিলোঁ লোক বহুদিন
আগতেই পৰলো
লগতে ডাঙৰ হোৱা বন্ধুক স্মৰণ কৰি
মনত পেলাব লগা হ'ল।
এতিয়া যে দিনে দিনে মৰণৰ গৰাহত
কেতিয়া যে পৰোঁ পৰোঁ কৈ,
শুকান বালিৰে ভৰা নদীৰ পাৰত থকা
গছৰ নিচিনা আছোঁ ৰৈ।

(৪৯)

বিধাতাই মানুহক নিৰূপিত কৰি দিছে
পৰমায়ু শতেক বছৰ,
নিশাৰ ভাগতে তাৰ আধা যায় টোপনিত
বাকী থাকে পঞ্চাছ বছৰ।
তাৰো আধা বাৰ্দ্ধক্যৰ আৰু শৈশৱত যায়
শোৱাপাটী আৰু খেলাতেই,
বাকী দিনকেটা যায় ৰোগ শোক বেদনাত
পৰ পদ সেৱা কৰোতেই।
পানীৰ চঞ্চল ঢৌ উঠে আৰু মাৰ যায়
সুস্থিৰ মুহূৰ্ত্ত নাই তাৰ,
অথিৰ জীৱন তেনে আছে জানো ক'ৰবাত
সুখ বোলা বস্তু কাৰোবাৰ।

(৫০)

ক্ষণিকে বালক ক্ষণিকে যুৱক
কামনা ৰসেৰে পূৰ,
ক্ষণিক নিধন ক্ষণিকতে পুনু
ধনেজনে ভৰপূৰ।

বুঢ়া দেহাটিও
সোতোৰা সোতোৰ হয়,
যৱনিকা পৰে
শেষ হয় অভিনয়।

## যতি নৃপতি সংবাদ বৰ্ণনা

(৫১)

তুমি ৰজা উপাস্য উন্নত গৰৱত,
মই গুৰু সন্মানিত জ্ঞানৰ বলত।
ঐশ্বৰ্য্যৰ মহিমাত তুমি খ্যাতিমান,
দিশে দিশে মোৰো কীৰ্ত্তি গায় জ্ঞানীজন।
ইদৰে তোমাৰ আৰু আমাৰ মাজত,
মিল নাই বুলি জানো ধন বা মানত।
আমাৰ বিষয়ে তুমি হলে পৰাংমুখ,
জানিবা আমিও হম তোমাত বিমুখ।

(৫২)

ধন ৰত্ন বৈভৱৰ তুমি অধীশ্বৰ,
বেদ বেদাঙ্গত আছে মোৰ অধিকাৰ।
ৰিপুহন্তা বীৰ তুমি, আমিও পাৰ্গত,
প্ৰতিবাদ পণ্ডিতৰ গৰ্ব বিনাশত।
ধনাঢ্যৰ সেব্য তুমি, কিন্তু জ্ঞানীজনে,
মোৰ কথা শুনে আত্মশুদ্ধিৰ কাৰণে।
মোক যদি শ্ৰদ্ধা তুমি নকৰা ৰাজন,
তুমিও নোহোৱা মোৰ শ্ৰদ্ধাৰ ভাজন।

(৫৩)

আমি তুষ্ট হওঁ পিন্ধি বাকলি গছৰ,
তুমি তুষ্ট হোৱা পিন্ধি পাটৰ চুৰিয়া।

সন্তোষ একেই মোৰ অথবা তোমাৰ,
প্ৰকৃত সুখৰ একো ভেদ নাইকিয়া।
তেৱেঁই দুখীয়া যাৰ বাসনা অপাৰ,
ধনী বা দৰিদ্ৰ কোন সুখী মন যাৰ?

(৫৪)

খাবৰ কাৰণে আছে অগণন ফল,
পিয়াহ গুচাব পাৰোঁ পানীৰে শীতল।
শুবলৈ পাৰি লম মাটিত শেতেলী,
পিন্ধিবৰ বাবে আছে গছৰ বাকলি।
নতুন ধনৰ মদে মন বুদ্ধি যাৰ,
কৰিছে পাগল, সেই দুৰ্জন জনৰ।
অহঙ্কাৰ অনাদৰ কদাপিতো মই,
নসহোঁ, নোৱাৰোঁ যাব তাৰ কাষলৈ।

(৫৫)

ভিক্ষাৰ চাউল মুঠি কৰিম ভোজন,
দশোদিশ হব মোৰ দেহৰ বসন।
মাটিত সুখেৰে মই কৰিম শয়ন,
ৰজা বা ধনীৰ মোৰ কিবা প্ৰয়োজন?

(৫৬)

নহওঁ গায়ক কিম্বা নহওঁ নৰ্ত্তক,
নহওঁ লম্পট আৰু গণিকা-নায়ক।
অকথ্য কথাৰে কৰি হাস্য-পৰিহাস,
ইতৰ লোকক দিব নাজানো সন্তোষ।
আমি কোন, কি পাম ৰজাক দেখা কৰি,
স্তনভাৰ নত আমি নহওঁ সুন্দৰী।

(৫৭)

পূৰ্বতে মহান জনে        স্ৰজিলে জগৎখন
কোনোবাই কৰিলে শাসন,

তাকে আৰু আন জনে জয় কৰি কাৰোবাক
তৃণবৎ কৰি দিলে দান।
এতিয়া বহুতো বীৰে চৈধ্য ভুবনৰ ভোগ
ভুঞ্জে, কিন্তু নাই অহঙ্কাৰ,
দুখন গাঁৱৰ মাথোঁ মালিক হোৱাৰ বাবে
গৰ্ব কিয় হয় মানুহৰ?

(৫৮)

শত শত নৃপতিৰ ভোগমুক্ত হোৱা নাই এই ধৰা ক্ষণিকৰ বাবে,
সেই ভুবনৰ ভোগ পাই কোনো ভূপতিয়ে বহুমান পোৱা বুলি ভাবে।
পৃথিৱীখনৰ এক শতাংশৰ ৰজাহে ভাবে মহাৰজা হোৱা বুলি,
যিহত বিষণ্ন হোৱা উচিত প্ৰসন্ন তাত, লাজ কিয় নালাগে সমূলি।

(৫৯)

পানীৰে আগুৰা মাটিৰ চপৰা
এইখন ভূমণ্ডল,
আদি অন্তহীন ব্ৰহ্মাণ্ড খনৰ
অণুহে এটা কেৱল।
কত শত ৰণ কৰে ৰজাবোৰে
কত জয় পৰাজয়,
পৃথিৱীখনক ভাগ ভাগ কৰি
নিজ ৰাজ্য কৰি লয়।
এনে নীচ মনা কোনোবা ৰজাই
দান কৰে নাম মাত্ৰ,
সেই কণ দান বিচৰা জনহে
অধম, নিন্দাৰ পাত্ৰ।

(৬০)

সেই জন ধন্য যাৰ মৃত্যুৰ পিছত
মূৰৰ শুকুলা হাড় নিজৰ মূৰত।
মদন বিজয়ী দেৱ ত্ৰৈলোক্যৰ ভূপে
ৰাখিছে উন্নত কৰি ভূষণ স্বৰূপে।

আনহাতে প্ৰাণ ৰক্ষা কৰাৰ কাৰণে
যিজনৰ পদসেৱা কৰে সাধাৰণে।
সিজনৰ চোৱাচোন কেনে অহঙ্কাৰ
গৰ্বৰ তাপত যেন জ্বলে দেহ তাৰ।

## মনঃ সম্বোধন নিয়মন

(৬১)

আনক আনন্দ দান কৰাৰ কাৰণে নিতে
নানাভাবে তুতি-নতি কৰি
সুখৰ সন্ধান তুমি পালা জানো কেতিয়াবা
সহি দুখ বহু দিন ধৰি?
অন্তৰ পৱিত্ৰ হলে পবিত্ৰ চিন্তাৰ মণি
নিজে নিজে উঠিব উজলি
কব জানো পাৰা মোক সংকল্প নিৰ্মল হলে
কোনো ইচ্ছা ব্যৰ্থ হয় বুলি?

(৬২)

মন মোৰ তুমি কিয় ঘূৰি ফুৰা য'তে ত'তে
ক'ৰবাত জিৰণিকে লোৱা,
যি দৰে যি হ'ব লগা সি দৰে সি ঘটিবই
অন্যথা নহয় জানি থোৱা।
অতীতৰ কথাবোৰ সুঁৱৰি নাথাকি আৰু
ভৱিষ্যত ভাবনাকো এৰি,
অতৰ্কিতে জীৱনত দেখা দিয়া বিষয়ৰ
ভোগ ভুঞ্জি যাম আগবাঢ়ি।

(৬৩)

চিত্ত, তুমি পৰিত্যাগ কৰা এইবাৰ
ইন্দ্ৰিয় বিষয়বোৰ অতি কষ্টকৰ।

নিমেষতে দুখ-কষ্ট নষ্ট হয় যত
তাকেই আশ্রয় কৰা সেয়ে শ্ৰেষ্ঠ পথ।
সাগৰৰ ঢৌ যেন স্বভাৱ চঞ্চল
এৰি দিয়া সেইবোৰ সকলো নিষ্ফল।
নিজক থাপনা কৰা আত্মাৰ চিন্তাত
নপৰিবা পুনৰায় মোহৰ জালত।
দুদিনীয়া সংসাৰৰ বিষয় বাসনা
এৰিলেহে শান্তি পাবা পূৰিব কামনা।

(৬৪)

হে চিত্ত ছিন্ন কৰা মোহৰ বন্ধন
চন্দ্ৰশেখৰৰ প্ৰীতি কৰা সম্পাদন।
দেৱতাৰ প্ৰিয় নদী পৱিত্ৰ গঙ্গাৰ
তীৰত কৰিবা বাস, কৰা অস্বীকাৰ।
ঢৌ, খলকনি আৰু বিজুলীৰ ৰেখা
সম্পদ অথবা সাপ, অগনিৰ শিখা।
নকৰিবা এইবোৰ একোতে বিশ্বাস
ব্ৰহ্মাৰ চিন্তাই কাকো নকৰে নিৰাশ।

(৬৫)

ভূপতিৰ ভ্ৰূকুটিত লয়লাসে নাচি ফুৰা
কাৰেঙৰ ৰূপহীৰ দৰে,
ক্ষণস্থায়ী লখিমীক নাভাবিবি, চিত্ত মোৰ
কেতিয়াও আস্থা সহকাৰে।
ছিৰা কঁঠাখন উৰি দুৱাৰে দুৱাৰে ঘূৰি
বাৰাণসী তীৰ্থৰ পথত,
আঁজলি ভৰাই পোৱা ভিক্ষাৰ অন্নেৰে মই
তৃপ্তি লাভ কৰিম মনত।

(৬৬)

দুকাষে দক্ষিণদেশী ৰসিক পণ্ডিত আৰু
সমুখত সঙ্গীত মধুৰ,

পিচফালে বিচনীৰ বাও দিয়া ৰূপহীৰ
ৰুণু ঝুন কঙ্কণৰ সুৰ।
ভাবা যদি এইবোৰ সংসাৰৰ সুখ তেন্তে
ভোগ কৰা লম্পট জীৱন,
নহলে এতিয়া গৈ নিৰ্বিকল্প সমাধিত
বহি হোৱা ব্ৰহ্মত মগন।

(৬৭)

বাসনা পূৰণ কৰি পালা বহু ধন সোণ, তাৰ পৰা কিনো লাভ হ'ল?
পৰাজিত শতৰুৰ শিৰত থাপিলা পাৱ, তাতো জানো কিবা লাভ হ'ল?
ধনৰ বলত তুমি বহুতো বান্ধৱ পালা, তাতে বা কিমান লাভ হ'ল?
দেহীৰ দেহাটো যদি কল্পান্ততো থাকি যায়, হয় জানো জনম সফল?

(৬৮)

শিৱৰ ভকতি আৰু জনম মৰণ ভয়
অন্তৰত জাগ্ৰত সদায়
আপোন জনৰ প্ৰতি অহেতুক মমতাই
হৃদয়ত প্ৰশ্ৰয় নাপায়।
মদনৰ বিকাৰেও হিয়াত নাপায় ঠাই
অসৎ সঙ্গৰ পৰা মুক্ত,
বিজন বনত বাস বৈৰাগ্যও আছে যদি
আৰু কিবা লাগে নে অভীষ্ট?

(৬৯)

সেইবাবে সৰ্বোত্তম অন্তহীন জ্যোতিৰ্ময়
ধ্যান কৰা পৰম ব্ৰহ্মাৰ,
অনুসঙ্গী ৰূপে যাৰ সকলো সম্ভোগ আৰু
আছে আধিপত্য জগতৰ।
সংসাৰৰ দুদিনীয়া অসৎ বিষয়বোৰে
মুগ্ধ কৰি ৰাখে মূৰুখক,
তাৰেই বিকল্প ৰূপ সত্য বস্তু সনাতন
সেয়ে ব্ৰহ্ম বিশ্ব নিয়ামক।

(৭০)

মন তই পাতালতো কৰিছ প্ৰবেশ
উৰি গৈ অতিক্ৰম কৰিছ আকাশ।
চঞ্চল গতিৰে গৈছ দশোদিশলৈ
ভুলতো কিয়নো ব্ৰহ্মচিন্তা কৰা নাই?
ব্ৰহ্মাক জানিলে হ'ব আনন্দ পৰম
পৰম আত্মাত মিলি পাবি মোক্ষধাম।

## নিত্যানিত্য বস্তুবিচাৰ

(৭১)

বেদ স্মৃতি শাস্ত্ৰবোৰ অথবা পুৰাণ পাঠ
কৰিলে নো কি লাভ তোমাৰ,
পূজা আদি ক্ৰিয়াবোৰে ফল দিয়ে সৰগত
বাসৰ কাৰণে সৰু ঘৰ।
সংসাৰৰ দুঃখভাৰ প্ৰলয় অগনি ৰূপে
আতমাৰ জ্ঞানে নাশ কৰে,
আত্মাৰ আনন্দ লাভ নকৰি মানুহবোৰে
বণিক বৃত্তিত কিয় ধৰে?

(৭২)

যুগান্তৰ অগনিৰ বেষ্টনত দগ্ধ হৈ
ৰত্নগৰ্ভা মেৰু পৰি যায়,
অলেখ কুম্ভীৰ আৰু হাঙ্গৰৰ বাসস্থান
সাগৰৰ পানীও শুকায়।
পাহাৰ পৰ্বতবোৰে আগুৰি ধাৰণ কৰা
ধৰণীও শেষ হৈ যায়,
হাতী পোৱালিৰ কঁপা কাণৰ লতিৰ দৰে
দেহাৰো ভৰষা একো নাই।

শৰীৰ সোতোৰা পৰে, থৰকবৰক খোজ
দাঁতবোৰ [illegible]ৰি পৰে,
চকুৰে নমনা হয় কাণেও নুশুনা হয়
কোৱাৰিবে লালটি বাগৰে।
মিত্ৰই কথাৰ মোল বুজিও নুবুজা হয়
গৃহিণীয়ে নকৰে শুশ্রূষা,
পুত্ৰও শতৰু হয় দেখিলেই দুখ লাগে
জৰাজীৰ্ণ জনৰ দুৰ্দশা।

(৭৪)

মূৰৰ চুলিৰ দেখি শুকুলা বৰণ,
অৱজ্ঞাৰে ভৰি পৰে যুৱতীৰ মন।
বাৰ্দ্ধক্যৰ বেদনাত কাতৰ জনক,
ততালিকে এৰি গুচি যায় আঁতৰক।
যেনিবা দেহাটো মাত্ৰ হাড়েৰে সজোৱা,
বুঢ়া জন ঘিণ লগা চণ্ডালৰ কুৰা!

(৭৫)

স্বাস্থ্য সুন্দৰ, নিৰুজ শৰীৰ থাকোঁতে সবল হৈ
ইন্দ্ৰিয়ৰ বল অটুট থাকোঁতে বৃদ্ধ কাল নাহোঁতেই।
পৰমায়ু শেষ হোৱাৰ আগতে সুধীয়ে শুদ্ধভাবে,
ভুক্তি মুক্তি সাধনৰ ব্ৰত লয় আতমাৰ বাবে।
ঘৰ পুৰি শেষ হোৱাৰ কালত জুই নুমাবলৈ,
পানীৰ কাৰণে কুঁৱাৰ খবৰ কৰে জানো কোনোবাই।

(৭৬)

সুৰনদী জাহ্নবীৰ তীৰৰ নিবাসী হৈ
তপস্যাত হম নে মগন,
অথবা উদাৰমনা জীৱনৰ সঙ্গিনীক
কৰি যাম চেনেহ যতন।

বিবিধ শাস্ত্ৰৰ কিম্বা কাব্যৰ অমৃত ৰস
পান কৰা হ'ব নে উচিত,
দুটিমান নিমেষৰ আয়ুসৰ জীৱ আমি
কি কৰিম নাজানো নিশ্চিত।

(৭৭)

নৃপতিৰ প্ৰীতি সাধনৰ কাম
সততে বিফল হয়,
মনটো তেওঁৰ ঘোঁৰাৰ আগত
লৰিব খোজে সদায়।
আমিও ভাবিছোঁ বহু পাম বুলি
ৰজাই কৰিব দান,
জৰা আৰু যমে দহে দেহাটিক
হৰে চেনেহৰ প্ৰাণ।
হে'ৰা বন্ধু শুনা সজ্জনৰ বাবে
হিত সাধনৰ পথ,
তপস্যাৰ বাদে আন কাম আৰু
নাই বিশ্বজগতত।

(৭৮)

সন্মান পৰিল ম্লান ধন সোণ শেষ হ'ল
প্ৰাৰ্থী ব্যৰ্থ-মনোৰথ হল,
বন্ধুও কমিল ভৃত্য আঁতৰিল লাহে লাহে
নষ্ট হল যৌৱনৰ বল।
এতিয়া এটিহে কাম সুধীসকলৰ বাবে
বাকী আছে সবাৰো শেষত,
গঙ্গাই পৱিত্ৰ কৰা হিমালয় গিৰি বাস
শিলাময় গুহাৰ কুঞ্জত।

(৭৯)

চন্দ্ৰৰ কিৰণমালা কেনে ৰমণীয়,
অৰণ্যৰ তৃণভূমি কেনে মোহনীয়।

সজ্জন সঙ্গৰ সুখ কিমান সুন্দৰ,
কাব্যৰ কাহিনী কথা কেনে মনোহৰ!
খঙতে যেতিয়া চকু লোতকেৰে ভৰে,
প্ৰিয়াৰ কোমল মুখ চাওঁ চাওঁ কৰে!
সকলো সুখৰ কিন্তু অনিত্য সংসাৰ
ভাবিলেই মনে মোৰ কৰে হাহাকাৰ।

(৮০)

বসতিৰ বাবে জানো সুন্দৰ প্ৰাসাদ নাই শুনিবৰ বাবে গীত মাত,
প্ৰাণৰ সমান প্ৰিয়া প্ৰণয়িনী নাই জানো প্ৰেমৰ অমিয়া ঢালে গাত।
পখিলা পাগলী হৈ পাখিৰে কঁপাই তোলা প্ৰদীপৰ শিখাটিৰ দৰে,
চঞ্চল ছায়াহে বুলি জানি এই সকলোকে সন্তজনে বনবাস কৰে।

## শিৱাৰ্চন

(৮১)

হেৰা বাপু সংসাৰৰ পাতনিৰ পৰা মই
বিচাৰিলোঁ এই ত্ৰিভুবন,
দেখাতো নাপালোঁ মই কাণেৰেও নুশুনিলোঁ
আছে জানো এনুৱা এজন।
যি জনে বাসনা হেন হস্তিনীৰ প্ৰণয়ত
মতলীয়া হাতীটোৰ দৰে,
চিত্তক দমন কৰি সংযমৰ স্তম্ভটোত
বান্ধিব পাৰিছে যতনেৰে।

(৮২)

ইচ্ছামতে ঘূৰি ফুৰে আপোন ভাবত,
সামান্য ভোজন কৰে মহা আনন্দত।
সদায় সন্তৰ সতে থাকে ৰং মনে,
শাস্ত্ৰ পাঠ কৰে সুখ-শান্তিৰ কাৰণে।

মনটো অন্তৰমুখী বিষয়-বিৰতি,
আছে যাৰ সেইজন অতি মহামতি।
নাজানো এনুৱা কাৰ আছে তপোবল,
যিহৰ কাৰণে লাভ হয় এনে ফল।

(৮৩)

হিয়াৰ কামনাবোৰ হিয়াতেই জীণ গ'ল
শেষ হ'ল যৌৱনৰ বল,
কোনেও নুবুজাকৈ যতমানে গুণবোৰ
অজানিতে হ'ল নিষ্ফল।
অকস্মাতে বলবান ক্ষমাহীন মহাকাল
কৃতান্তই হৰিলে পৰাণ,
বুজিলোঁ মদন-ৰিপু শিৱৰ চৰণ বিনা
মোৰ আৰু গতি নাই আন।

(৮৪)

জগতৰ অধীশ্বৰ তেওঁ মহেশ্বৰ,
জনাৰ্দ্দন তেৱেঁ অন্তৰাত্মা জগতৰ।
দুই জন ভিন্ন বুলি নাভাবোঁ মনত,
তথাপি ভকতি মোৰ চন্দ্ৰশেখৰত।

(৮৫)

সংসাৰ নিকাৰ ভুগি গঙ্গাৰ তীৰত গৈ
নিতাল জোনাক ৰাতি কৰি সুখাসন,
শিৱ শিৱ শিৱ বুলি মাতি মাতি কেতিয়ানো
বাষ্পাকুল হৃদয়ৰ দশা মই পাম?

(৮৬)

সকলো বিলাই মৰমে কোমল
কৰা হিয়া খনি লৈ
বিশ্বৰ বিষম পৰিণামে ভৰা
নিয়তিৰ গতিকেই,

সুঁৱৰি শাৰদী জোনাকৰ নিশা
বহি পুণ্য অৰণ্যত
তিনিটা প্ৰহৰ কটাম হৰৰ
চৰণৰ ধিয়ানত।

(৮৭)

কেতিয়া কাশীত মই দেৱতাৰ প্ৰিয় নদী
জাহ্নবীৰ পবিত্ৰ তীৰত,
কৌপীনৰ পৰিধান পিন্ধি দুয়ো খনি হাত
অঞ্জলিৰে যুৰি কপালত।
বহি যোগ আসনত 'হে শম্ভু গৌৰীনাথ
ত্ৰিনয়ন দেব ত্ৰিপুৰাৰি,
মহাদেৱ তুষ্ট হোৱা' বুলি উচ্চৰবে কম
দিনকে নিমিষ যেন কৰি!

(৮৮)

গঙ্গাস্নান কৰি শুদ্ধ ফলে ফুলে পূজি বহি গিৰি গুহা শৈল আসনত,
তোমাৰ ধ্যানৰ ৰূপ আত্মাৰাম হে দেব শিৱক থাপিম হৃদয়ত।
তোমাৰ কৃপাতে প্ৰভু গুৰুৰ আদেশ পালি ফলাহাৰী হৈছোঁ এতিয়া
হে মীনপদ[১] মই ধনীৰ সেৱাৰ পৰা মুক্তি লাভ কৰিম কেতিয়া?

(৮৯)

অকলশৰীয়া, নাই বাসনা সমূলি
দিগম্বৰ আৰু পাত্ৰ হাতৰ আঁজলি।
হে শম্ভু, সংযমী মই, কৰ্মৰ বন্ধন
ছিন্ন কৰিবৰ শক্তি কেতিয়ানো পাম!

১. মীনপদ = ভৰিত মকৰ বা মীন চিহ্ন ভগবান শিৱ। "মকৰো মৎস্যৰেখা চ পদ্ম শঙ্খাকৃতিঃ পদে। মহাধনী মহাভোগী দাতা দীৰ্ঘায়ুৰেৱচ ॥"

(৯০)

হাতেই ভিক্ষাৰ পাত্ৰ নিজগুণে শুদ্ধ হোৱা
ভিক্ষালব্ধ ভোজনত তুষ্ট,
য'তে ত'তে বাস কৰে আৰু দেখে সততেই
তৃণ যেন জগত সমস্ত,
দেহত্যাগ নকৰিয়ে অখণ্ড পৰমানন্দ
অনুভৱ কৰে যোগীজনে,
শিৱৰ কৃপাত হয় অনিৰ্বাচ্য মুকুতিৰ
পথ মুক্ত যোগীৰ কাৰণে।

## অবধূত চৰ্যা

(৯১)

হওক কৌপীন জীৰ্ণ শতচ্ছিন্ন কঁঠাখন,
চিন্তা শূণ্য আৰু মুক্ত মন,
অবাধ ভ্ৰমণ নিদ্ৰা বন আৰু শ্মশানত
অযাচিত ভিক্ষান্ন ভোজন।
সদায় প্ৰশান্ত চিত্ত যোগ সমাধিত স্থিৰ
থাকে ব্ৰহ্ম চিন্তাত মগন,
সেই যোগীসকলৰ ত্ৰৈলোক্য ৰাজ্যৰ দ্বাৰা
পূৰ্ণ জানো হয় প্ৰয়োজন?

(৯২)

চক্ৰৰ নিচিনা এই ব্ৰহ্মাণ্ড মাথোন
প্ৰলুব্ধ নকৰে কোনো মনীষীৰ মন।
পুঠিয়ে যদিও নাচি থাকে ঘনে ঘনে
সাগৰ নহয় ক্ষুব্ধ ইয়াৰ কাৰণে।

(৯৩)

লখিমী গোঁসানী মোৰ কৃপা মোক নকৰিবা আনক কৰুণা কৰাচোন,
ভোগ লালসাত মত্ত সকলো তোমাৰ, কিন্তু নিস্পৃহৰ বাবে তুমি কোন?

এইমাত্ৰ ছিঙি অনা পলাশৰ পাততেই খুজি পোৱা পবিত্ৰ অন্নৰ,
ভোজনেই মাথোঁ মোৰ জীয়াই থকাৰ বাবে হয় যেন বৃত্তি জীৱনৰ।

(৯৪)

কোমল ভূমিয়ে শয্যা, হাতদুখনেই
মোৰ গাৰু আৰু চন্দ্ৰাতপ আকাশেই।
অনুকূল বতাহেই বিচনী হাতৰ
শৰতৰ জোনটিয়ে বিলায় পোহৰ
বৈৰাগ্যই ভাৰ্য্যা হৈ সঙ্গসুখ দিয়ে
সুখ শান্তি দিয়ে চিন্তাহীন টোপনিয়ে।
আতমাৰ ঐশ্বৰ্য্যত হৈ মহীয়ান
মুনি মহাজন মহাৰজাৰ সমান।

(৯৫)

সম্ভোগৰ সুখ এৰি নিজ সাধনাত ৰত
ভিক্ষান্নত সন্তুষ্ট যিজন,
মানুহৰ সমাগম পৰিহাৰ কৰে আৰু
নিজ মনে কৰে বিচৰণ।
পোৱা নোপোৱাৰ কথা নাভাবে অকণো তেওঁ
নাই মান নাই অহংকাৰ,
পথত পেলাই দিয়া জীৰ্ণ শীৰ্ণ কাপোৰকে
বস্ত্ৰ কৰি কৰে ব্যৱহাৰ।
নিবিচাৰোঁতেই পোৱা কঁঠাকে আসন কৰি
বহে তেওঁ সদানন্দ মন
চিত্তৰ সংযম কৰি সংসাৰ বিৰাগী হোৱা
মহাযোগী পোৱা বৰ টান।

(৯৬)

কোনেও বা সোধে এওঁ দ্বিজ নে চণ্ডাল,
কোনেও বা কয় তেওঁ তপস্বী কেৱল।
কোনেও বা কেতিয়াবা শূদ্ৰ বুলি কয়,
বিকল্প আলাপ বহু কৰি গুচি যায়।

কেৰে বোলে জ্ঞানী তেওঁ মহা যোগীবৰ,
এইদৰে নানা কথা নানান জনৰ।
শুনিও নকৰে খং সন্তুষ্ট মনেৰে,
যোগী যায় নিজ মনে আপোন পথেৰে।

(৯৭)

প্ৰয়াস নকৰাকৈ নলৈ হিংসাৰ পথ
সাপে পায় বায়ু খাবলৈ,
বনৰ পশুৱে পায় ঘাঁহৰ কোমল পাত
তুষ্ট মনে শোৱে মাটিতেই।
বিধাতাই মানুহকো দিছে বুদ্ধি মনোবল
সংসাৰ সাগৰ তৰিবৰ
তেওঁক বিচৰাজনে সততেই নাশ কৰে
সত্ব আদি গুণৰ বিকাৰ।

(৯৮)

হিমালয় পৰ্বতৰ শীতল শিলত
কৰি পদ্মাসন বহি গঙ্গাৰ পাৰত।
ব্ৰহ্মজ্ঞান অভ্যাস কৰোঁতে বিধিমতে
যোগৰ নিদ্ৰাত মই মগন থাকোঁতে।
হ'বনে এনুৱা মোৰ অতি শুভদিন
যিদিনা হৰিণা বৃদ্ধ হৈ শঙ্কাহীন।
নিশ্চল দেহত মোৰ ঘঁহি তাৰ দেহ
বিমল আনন্দ লাভ কৰিব অশেষ?

(৯৯)

হাতেই পৱিত্ৰ পাত্ৰ, ঘূৰি ঘূৰি খুজি পোৱা
ভিক্ষান্নৰ অক্ষয় ভাণ্ডাৰ,
বিস্তীৰ্ণ দহোটা দিশ বসন, বিশাল ধৰা
সুস্থিৰ সুখৰ শয্যা যাৰ,

দন্দ আৰু সঙ্গহীন সাধনাই ধন যাৰ
মন যাৰ সন্তোষেৰে ভৰা,
ধন্য তেওঁ মুক্ত হয় দীনতাৰ দুখময়
কৰমৰ বন্ধনৰ পৰা।

(১০০)

মেদিনী জননী মোৰ বায়ুদেৱ পিতৃ তুমি
দুই বন্ধু অগ্নি আৰু জল,
আকাশ স্নেহৰ ভাই শেষৰ সেৱাটি কৰোঁ
যুৰি মোৰ দুই কৰতল।
তোমালোক সংগী মোৰ তাৰেই মহিমা গুণে
সুকৃতিৰ সুফল লভিলোঁ,
জ্ঞানৰ উদয় হ'ল দূৰ হ'ল মোহজাল
পৰম ব্ৰহ্মত লীন হলোঁ।

□□

Lasertypeset at Ess Ess Enterprises, New Delhi-110055
and printed at Tarang Printers, Delhi-110092